# অভিমান

সর্ব্বেশ্বৰ চক্রবর্ত্তী

লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী : অসম

প্ৰকাশক :
শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি-এল,
**লয়াৰ্ছ বুক ষ্টল**
গুৱাহাটী, অসম

দ্বিতীয় সংস্কৰণ
আহিন, ১৩৬৭

মূল্য : ২.৫০ ন.প.

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
**নবজীৱন প্ৰেছ**
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

## —উৎসৰ্গ—

স্বৰ্গীয় পিতৃদেৱৰ
পবিত্ৰ স্মৃতিত
নিবেদন।

—ননী

# ভূমিকা

"অভিমান" মোৰ নাট্য জীৱনৰ ক্ষুদ্ৰতম অভিজ্ঞতাৰ প্ৰথম প্ৰকাশ। আধুনিক উন্নততৰ মঞ্চৰ কলা-কৌশলৰ লগত খাপ খুৱাই মানুহৰ মনৰ সূক্ষ্মতম অনুভূতিৰ ঢউবোৰৰ ঘাত-প্ৰতিঘাত সামঞ্জস্যভাবে ফঁহিয়াই দেখুৱাবলৈকে "অভিমান"ৰ প্ৰকৃত প্ৰয়াস। স্থিৰ-মঞ্চত "ফ্লেশ্-বেক" টেকনিকৰ অৱতাৰণা এয়েই প্ৰথম আৰু ইয়াক নিখুঁতভাবে মঞ্চত প্ৰতিফলিত কৰাৰ মূলতে আছে মোৰ সহযোগী শিল্পী আৰু কৰ্ম্মীসকলৰ অশেষ পৰিশ্ৰম আৰু নিয়মানুবৰ্ত্তিতা। এই বিষয়ত মোৰ সহকাৰীসকলৰ কথা বিশেষভাবে উল্লেখযোগ্য। তেওঁলোকৰ দৰে সহকাৰী নেপালে মঞ্চৰ ওপৰত মোৰ কল্পনাৰ কৌশলবোৰ সুচাৰুৰূপে বাস্তবত ৰূপায়িত কৰিবলৈ টান পালোঁহেঁতেন। নাটকৰ মূল বিষয়বস্তু ভাৱপ্ৰধান। সেয়ে সকলো বিশদভাবে পৰিচালনাৰ মাজেৰে পাৰ্য্যমানে লিপিবদ্ধ কৰি বুজাই দিয়াৰ চেষ্টা কৰা হৈছে। সৰ্ব্বসাধাৰণ মঞ্চ-শিল্পীসকলৰ সুবিধাৰ্থে "ফ্লেশ্-বেক" পৰিকল্পনাৰ টোকা এটিও কিতাপৰ পিছফালে দিয়া হৈছে।

শ্ৰীসমুদ্ৰ পাঠক আৰু শ্ৰীবুদ্ধীন্দ্ৰ শৰ্ম্মাৰ ঐকান্তিক সহযোগিতা নহলে এই নাটক হয়তো মঞ্চস্থ কৰিবপৰা নগলহেঁতেন। তেওঁলোকৰ অক্লান্ত পৰিশ্ৰম আৰু লগতে আন সকলো শিল্পী আৰু কৰ্ম্মীসকলৰ একাগ্ৰ চেষ্টাৰ গুণতেই এই নাটক কুমাৰ ভাস্কৰ ৰঙ্গমঞ্চত কামৰূপ নাট্য-সমিতিৰ জৰিয়তে চাৰিবাৰকৈ বিপুল সাফল্যৰে অভিনীত হয়।

সমাজৰ সাতখন হেঙাৰ নেওচি, কলেজৰ পঢ়াশুনা আৰু ঘৰৰ দহোবন সমাধা কৰাৰ লগে লগে এই নাটকত অভিনয়ৰ অংশ গ্ৰহণ কৰি সৰ্ব্বাঙ্গসুন্দৰ কৰি তোলাৰ কাৰণে শিল্পী বৰুণা মুখাৰ্জী, জায়েদা খাতুন, গিৰিজা হাজৰিকা, ধৰ্ম্মেশ্বৰী পাটোৱাৰী, ৰাণী নাথ আৰু বীণা দাসলৈ অভিনন্দন জনোৱাৰ লগে লগে মোৰ আন্তৰিক ওলগ জনালোঁ। নাটকৰ উপযোগী কৰি তিনিটি গীত

ৰচনা কৰি দিয়াৰ কাৰণে শ্ৰীলক্ষ্যহীৰা বৈশ্যসাউদলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ। দুটি গীত সুৰলা কণ্ঠেৰে ৰূপায়িত কৰাৰ কাৰণে শ্ৰীকুইন হাজৰিকা মোৰ শলাগৰ পাত্ৰী। সঙ্গীত পৰিচালনাৰ কাৰণে শ্ৰীবীৰেন ফুকন, সহকাৰী শ্ৰীমুকুল বৰুৱা, নৃত্য পৰিচালনাৰ কাৰণে শ্ৰীজোনা বৰুৱা আৰু শিল্প-নিৰ্দ্দেশনাৰ কাৰণে শ্ৰীবিমল ভট্টলৈ মোৰ শলাগ জনালোঁ। নাটকৰ চিকিৎসা-বিজ্ঞান সংক্ৰান্ত কথাখিনি লিখোঁতে ডাঃ আনন্দেশ্বৰ বৰঠাকুৰৰপৰা সহায় পাইছোঁ। যথাৰ্থতে এই নাটকৰ সফলতাৰ পিছতে আছে এশজনৰো অধিক কৰ্ম্মী আৰু শিল্পীৰ বহুমূলীয়া দান। তেখেতসকলৰ সকলোৰে নাম ইয়াত দিয়াটো সম্ভৱ নোহোৱাৰ কাৰণে গাইগুটীয়াভাৱে প্ৰত্যেক গৰাকী ৰূপ-শিল্পী, সুৰ-শিল্পী, মঞ্চ-শিল্পী, পোহৰ-শিল্পী, আৰু কৰ্ম্মীলৈ মই মোৰ আন্তৰিক ধন্যবাদেৰে সৈতে শলাগৰ শৰাই আগবঢ়ালোঁ। আনুষ্ঠানিকভাৱে যিসকলৰপৰা সহায় পোৱা গৈছে তাৰে ভিতৰত গুৱাহাটী চিভিল হস্পিটেলৰপৰা পোৱা ডাক্তৰী সৰঞ্জামবোৰৰ কাৰণে চিভিল ছাৰ্জ্জন শ্ৰীডম্বৰু ভূঞা, চেণ্ট্ৰেল ট্ৰেডিঙৰপৰা পোৱা বহুমূলীয়া ধুনীয়া কাপোৰ আদিৰ কাৰণে চেক্ৰেটৰী শ্ৰীলোহিত লাহন আৰু নাটকৰ উপযোগীকৈ নতুন ধৰণেৰে "ইলেকট্ৰিক ইন্‌ষ্টলেশ্যন" কৰি দিয়াৰ কাৰণে শ্ৰীসুৰেন নাহালৈ মোৰ ধন্যবাদ আগবঢ়ালোঁ।

অধ্যাপক ৰজনী শৰ্ম্মা ডাঙৰীয়াই নাটকখনত চকুফুৰাই বৰ্ণাশুদ্ধি আদি ঠিক কৰি দিয়াৰ কাৰণে তেখেতলৈ মোৰ ধন্যবাদ জনালোঁ। কিতাপখনৰ সকলো প্ৰুফ্ আদি চাই সহায় কৰাৰ কাৰণে শ্ৰীতিলক হাজৰিকালৈও মোৰ শলাগ জনালোঁ।

সৰ্ব্বশেষত অসমৰ ৰঙ্গমঞ্চৰ কলামোদীসকলৰপৰা "অভিমানে" যথম আৰু সমাদৰ পালে মই নিজকে ধন্য মনাৰ লগে লগে ভৱিষ্যতলৈ নাট্যকলাৰ সেৱাত নিজকে নিয়োজিত কৰিবলৈ আৰু বেছি উৎসাহিত হ'ম।

**সৰ্ব্বেশ্বৰ চক্ৰবৰ্ত্তী**
গুৱাহাটী



## দ্বিতীয় সংস্কৰণ

অসমৰ নাট্যামোদী সকলৰ তথা অসমৰ পঢ়ুৱৈ সমাজৰ অশেষ আদৰ আৰু আশীৰ্ব্বাদৰ গুণত "অভিমান"ৰ দ্বিতীয় সংস্কৰণ ৰাইজৰ আগত ছপা হৈ ওলাল।

ৰাইজৰ আদৰ আৰু আগ্ৰহৰ বাবে যদিও এই দ্বিতীয় সংস্কৰণটি বহুতো আগতে ওলোৱা উচিৎ আছিল, তথাপিও ইয়াক উলিয়াব পৰা নাছিলোঁ নিজৰ জীৱনৰ নানা সংঘাতপূৰ্ণ ঘটনাৰ লগত যুদ্ধ কৰিব লগীয়া হোৱা বাবে—শেষত শ্ৰদ্ধেয় শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা ডাঙৰীয়াই তেখেতৰ নিজ গুণত এই নাটখনিৰ দ্বিতীয় সংস্কৰণটি ছপা কৰাৰ সম্পূৰ্ণ ভাৰ লৈ মোক সকাহ দিলে। তেখেতৰ এই সহায়ৰ বাবে মই তেখেতৰ ওচৰত সঁচাকৈয়ে ঋণী।

"অভিমান"ৰ পুনৰ জনমে যদি নাট্য-শিল্পী আৰু নাট্যামোদী সকলৰ মন পুনৰ ৰঙাই তুলিব পাৰে তেন্তে বুজিম নাট্যকলাৰ এই অতি ক্ষুদ্ৰ সেৱকৰ শ্ৰম সাৰ্থক হৈছে।

বিনীত
**শ্ৰীসৰ্ব্বেশ্বৰ চক্ৰবৰ্ত্তী**

# অভিমান

## কামৰূপ নাট্য সমিতিৰ নিবেদন

প্ৰথম অভিনয় নিশা, ৯ জুন ১৯৫১, সন্ধিয়া ৭ বজাত

—কুমাৰ ভাস্কৰ ৰঙ্গমঞ্চত—

প্ৰযোজক

বুদ্ধীন্দ্ৰ শৰ্ম্মা।

ব্যৱস্থাপক, মঞ্চ-সম্পাদক

সমুদ্ৰ পাঠক।

সঙ্গীত-পৰিচালক

বীৰেন ফুকন।

শিল্প-নিৰ্দ্দেশক

বিমল ভট্ট।

নৃত্য-পৰিচালিকা

জোনা বৰুৱা।

পোহৰ-সংযোজনা

বুদ্ধেশ্বৰ চক্ৰবৰ্ত্তী, পৱিত্ৰ তালুকদাৰ।

মঞ্চ-সজ্জা

ডম্বৰু দাস, সতীশ দাস, ৰতি পাঠক।

ৰূপ-সজ্জা

অনিল ঘোষ, সৰসী দাস।

মাইক্ৰোফোন নিয়ন্ত্ৰণ

বিবেকা ভৰালী।

**গীত ৰচনা**

লক্ষ্যহীৰা বৈশ্যসাউদ

**গীত ৰূপায়ণত**

কুইন হাজৰিকা। ("ৰূপ সাগৰত আহিল জোৱাৰ")
("তুমি ভালপোৱা মোৰ গান")
দিলীপ শৰ্ম্মা। ("মৰম ভিখাৰী হায়")

**আৰৰ সুৰ-শিল্পীসকল**

দীপালী চক্রবর্ত্তী, আৰতি চক্রচর্ত্তী, শীৰেশ বসু, পৰেশ ভট্টাচাৰ্য্য, তৰুণ বৰ্ম্মন, অমিয় দাস, পৰমা মেধি, বিধুভূষণ চৌধুৰী, মুজিবৰ ৰহমান, ৰাধাচৰণ বসু, গুৰুদাস ভট্টাচাৰ্য্য।

**সভাপতি**

অতুল চন্দ্ৰ হাজৰিকা।

**সম্পাদক**

প্ৰবীন ফুকন।

**সহঃ সম্পাদক**

দয়াল বৰুৱা।

**সহকাৰী সঙ্গীত-পৰিচালক**

মুকুল বৰুৱা।

**সহকাৰী পৰিচালক**

পুলিন বৰুৱা, প্ৰফুল্ল বৰুৱা, ধীৰেন শৰ্ম্মা, অনিল শৰ্ম্মা, সত্যেন চৌধুৰী, কনক বৰদলৈ।

**পৰিচালক**

**সৰ্ব্বেশ্বৰ চক্রবর্ত্তী।**



**ৰূপ-শিল্পীসকল**

| | |
|---|---|
| ৰেণু ( ৰত্নেশ্বৰ বৰুৱাৰ জীয়ৰী )— | বৰুণা মুখাৰ্জ্জী। |
| লতিকা ( ৰেণুৰ বান্ধৰী )— | জায়েদা খাতুন। |
| সীতা ( বৰুৱাৰ পত্নী )— | গিৰিজা হাজৰিকা। |
| নাৰ্চ ( ডাঃ জীৱৰামৰ নাৰ্চ )— | ধৰ্ম্মেশ্বৰী পাটোৱাৰী। |
| | বীণা দাস। |
| লনি ( অৰূপৰ ভনীয়েক )— | ৰাণী নাথ। |
| গ'ৰখীয়া ল'ৰা— | মিণ্টু বৰুৱা। |
| | গৰীমা বৰুৱা। |
| | প্ৰণীতা লিখাৰু। |
| নিমন্ত্ৰিত অতিথি— | নবীন শৰ্ম্মা। |
| | নিত্য বৰদলৈ। |
| | প্ৰবোধ দাস। |
| | বিমল ভট্ট। |
| মাইক্ৰোফোনৰ যোগেদি অৰূপৰ কণ্ঠস্বৰ ৰূপায়নত } | বুদ্ধীন্দ্ৰ শৰ্ম্মা। |
| খগেন ভূঞা ( এজন শিক্ষিত ডেকা )— | সুৰেন দাস। |
| ৰত্নেশ্বৰ বৰুৱা ( ৰেণুৰ দেউতাক )— | তুলসীগোবিন্দ বৰুৱা। |
| জীতেন ফুকন ( লতিকাৰ দেউতাক )— | গৌৰী কাকতী। |
| যামিনী শৰ্ম্মা ( জীতেন ফুকনৰ বন্ধু )— | দয়াল বৰুৱা। |
| অৰূপ বৰুৱা ( এজন সফল ডেকা )— | ৰবীন বৰুৱা। |
| কিযণলাল ( অৰূপৰ লগুৱা )— | নিৰ্ম্মল মহিন্তা। |

ডাঃ চৌধুৰী ( এজন ডাক্তৰ )— অতুল সৰস্বতী।
ডাঃ বৰা ( ডাঃ জীৱৰাজৰ সহকাৰী )— ডাঃ কীৰ্ত্তি বৰুৱা।
জয়ৰাম ( ৰত্নেশ্বৰ বৰুৱাৰ চাকৰ )— ললিত বৰা।
মোলান দাস ( জীৱৰামৰ বন্ধু )— ভুবনেশ্বৰ বুজৰবৰুৱা।
ডাঃ জীৱৰাম ( অৰূপৰ বন্ধু )— সৰ্ব্বেশ্বৰ চক্ৰবৰ্ত্তী।

# অভিমান

## প্ৰথম দৃশ্য

[ ৰত্নেশ্বৰ বৰুৱাৰ ঘৰৰ এটি কোঠা। কোঠাটো আধুনিক ৰুচিপূৰ্ণতাৰে সজোৱা। চকী, মেজ, চোফা আদি সকলো পৰিপাটিকৈ পৰা থাকে। মজিয়াত এখন কাশ্মীৰী কাৰ্পেট। বেৰত শশ্ পেইনটিঙৰ সুন্দৰ একো একোখন মনোৰম দৃশ্যাৱলীৰ ছবি। দুই চাৰিখন টিপয়। কোনোখনৰ ওপৰত ফুল-দানীত ফুল। কোনোখনত বা দুই এটা পুতলা। আকৌ কোনোখন বা এনেয়ে পৰা থাকে।

আঁৰকাপোৰ উঠাৰ অলপ আগৰে পৰাই দৰ্শকে মাইক্ৰোফোনৰ যোগেদি বাদ্যৰ ঝঙ্কাৰ শুনিবলৈ পায়। আঁৰকাপোৰ উঠাৰ লগে লগেই সেই ঝঙ্কাৰৰ সুৰতেই সুৰ মিলাই ভিতৰৰ পৰা বেণুৱে গীত গাবলৈ আৰম্ভ কৰে। মঞ্চত কাকো দেখা নেযায়। ]

### গীত

ৰূপ সাগৰত আহিল জোৱাৰ
মেলিদে দুৱাৰ কাৰাৰ
নীল অসীমত ৰূপৰ পোহাৰ
মনৰ মাজত কিয় হাঁহাকাৰ
নতুন ৰূপৰ নীল সাগৰত
দে উটুৱাই মনৰ অন্ধকাৰ॥

দক্ষিণ পূবৰ সমীৰ সুৰত
প্ৰাণৰ বাতৰি ভাহে
সপোন বিলাসী দেৱদাসী
তোৰ হৃদয়ত ছন্দ জাগে
আজি মানসৰ শিতান ভৰি
অপৰাজিতাৰ গন্ধমাধুৰী
নতুন দিনত তোৰ জীৱনত
নব আৱাহন কাৰ ॥

( গীতৰ শেষ কলিটি আৰম্ভ হোৱাৰ লগে লগে হাতত গামোচা লৈ জয়ৰাম গীতৰ তালে তালে মূৰ দুপিয়াই হৰষ মনেৰে সোমাই আহে আৰু ইটো-সিটো মুচিবলৈ ধৰে। ক্ষন্তেক পিছতেই লাহে লাহে মঞ্চৰ সমুখলৈ আগুৱাই আহি কয়। ভিতৰত গান চলিয়েই থাকে। )

জয়ৰাম—আইদেৱে যে গায়! এৰা, এই যে গীত এটা বস্তু, সঁচাকৈয়ে বৰ সুন্দৰ।

( জয়ৰামৰ কথা শেষ নৌ হওঁতেই আনফালৰপৰা মোলান সোমাই আহে। )

মোলান—হেৰৌ, অকল সুন্দৰেই নহয় অ, সুন্দৰীও।

জয়ৰাম—সুন্দৰীও? মানে?

মোলান—মানে বৰ সহজ। আইদেউসকলৰ মানত সুন্দৰ আৰু চফল ডেকাসকলৰ মানত সুন্দৰী।

জয়ৰাম—হাঃ হাঃ হাঃ।

( জয়ৰামে খুব ডাঙৰকৈ হাঁহে )



( ভিতৰত গীত বন্ধ হয়। ৰেণু সেনটো যেন হৈ সোমাই আহে। )

ৰেণু—জয়ৰাম, এনেকৈ মৰ হাঁহি মাৰিছ কেলেই?

জয়ৰাম—অ' আইদেউ!

ৰেণু—আপুনি? জয়ৰাম, এখেতক সেই দেউতাৰ ৰুমতে বহুৱাগৈ।

মোলান—কিয়? এইটোনো কোন আইদেউ বা বাইদেউৰ ৰুম আকৌ? এ, কত লৰি ফুৰিম। ইয়াতেই বহো দিয়ক।

ৰেণু—বহক। দেউতা এতিয়াই আহি পাব। জয়ৰাম, তই দুখন তামোল আনি দে। ভাল বাৰু, মই যাওঁ এতিয়া, আপুনি আহিব।

( জয়ৰাম যায় গৈ। ৰেণু যাব খোজে )

মোলান—আহিম? ভিতৰলৈ আহিম নেকি?

ৰেণু—নহয় নহয়, মই কৈছোঁ মানে দেউতা আহিলে আপুনি লগ পাই যাবগৈ আৰু।

( ৰেণু অহাৰ দুৱাৰেদিয়েই ভিতৰলৈ যায়গৈ )

মোলান—আহিব, যাব। কিনো কথা—এবাৰ কয় আহিব, এবাৰ কয় যাব। আহিব—যাব। যাব—আহিব। যাব—আহিব—

( জয়ৰামে বটাত তামোল লৈ সোমাই আহে )

জয়ৰাম—এইয়া ধৰক তামোল।

মোলান—বেছ, বেছ। পিছে চাহ একা।

জয়ৰাম—ঘৰত সকলোৰে চাহ কেতিয়াবাই খোৱা হৈ গ'ল।

মোলান—হেৰৌ হলেইবা। নতুনকৈ একাপ চাহ কৰোঁতেনো কিমান পৰ লাগিছে। মই কিবা এইখন ঘৰৰ আজিৰ মানুহ নে?

জয়ৰাম—দেউতা এতিয়াও আহি পোৱাই নাই। আহি পাবহি অৱশ্যে। আপুনি বহেও বহক, যায়ো যাওক। মোৰ কাম আছে—আহোঁ।

( জয়ৰামে উচাৎ মাৰি গুচি যায় )

মোলান—হোঁ, বহেও বহক—যায়ো যাওক। মানেই ধৰিলেনে অপমানেই কৰিলে, ক'তা তলকিবই নোৱাৰিলোঁ নহয়। হওঁতে হয়, ৰেণু আইদেউৰ কথাত অৱশ্যে মই অলপ nervous হৈছিলোঁ ; কিন্তু এই গোলামৰ কথাত মই কেলেই nervous হ'ম ? এৰা, ৰেণু আইদেউক কৈ ইয়াক এসেকা দিবহে লাগিল। যাওঁ ভিতৰলৈকে·········।

( মোলান যাবলৈ ওলাওঁতেই আন ফালৰপৰা খগেন সোমাই আহে। )

খগেন—Mr. Das দেখোন। বৰ ব্যস্ত যেন দেখিছোঁ আপোনাক ?

মোলান—অ' Good Night ভূঞা। Good Night.

খগেন—Good night ? আপুনি কৈছে কি ?

মোলান—Sorry, sorry ভূঞা, I mean, good afternoon. কিবাত কিবাটো কৈ পেলালোঁ।

খগেন—বাৰু, হৈছে হৈছে। পিছে আপুনি ইয়াত অকলেই দেখোন। ঘৰত কোনো নাই নেকি ?

মোলান—নহব কিয় ? সকলো আছে। কিন্তু আমাৰ কাৰণে কোনোৱেই নাই। নহলেনো আৰু মেজাজটো বেয়া হৈ যায়নে যে কিবাত কিবাটো কৈ পেলালোঁ। বাৰু, দিয়ক দিয়ক, আছে যদি এটা ধোৱাঁকে খুৱাওক।



খগেন—খাব জানো আপুনি ? ইয়াত নেখায় বুলিহে দিয়া নাই।

মোলান—হেঃ হেঃ হেঃ—ক'তনো কোনটো বস্তু নেখাওঁ তাকে নোসোধে কিয় ?

খগেন—এৰা, মোক ক্ষমা কৰিব Mr. Das.

মোলান—ক্ষমা, কি দোষ কৰিলে আপুনি ?

খগেন—মোৰ ভুল হৈছে আপোনাক সোধা। ডাঃ জীৱৰামৰ বন্ধুসকলৰ ভিতৰতনো কোনটো বস্তু নচলে আৰু স্থান অস্থানৰ বিচাৰেই বা থাকিব কিয় ? হেঃ হেঃ হেঃ—পিচে সিবিধতো চলেই আপোনাৰ ?

মোলান—সকলোবিধ।

খগেন—দেশী বিলাতী দুয়োবিধেই চলে নিশ্চয় ?

মোলান—হেঃ আপুনি হঁহুৱালে আৰু। অকল দুয়োবিধেই কিয় ? কোনোবিধেই বাকী নাই। দেশী, বিলাতী, স্কটচ্, ফৰাচী, ইৰাকী, মণিপুৰী, খাচিয়া, কৰাচী—একেবাৰে—চব্—Complete.

খগেন—ধন্যবাদ, মোৰ আন্তৰিক ধন্যবাদ গ্ৰহণ কৰক। এই-বিলাকতো তেনেহলে আপুনি ধনো কম নাভাঙে ?

মোলান—Not a single farthing.

খগেন—তেনেহলে অৰূপ বৰুৱায়ে বোধকৰোঁ খৰচ কৰে ?

মোলান—Oh no no ; অৰূপ বৰুৱাই কেতিয়াও নোচোৱেও আৰু তাৰ কাৰণে খৰচো নকৰে। তেওঁ এজন প্ৰকৃত মানুহ।

খগেন—প্ৰকৃত মানুহ নহয়, কওক তেওঁ এজন মহামানৱ—সেয়ে

তেওঁ কেৱল আপোনালোকক finance কৰিয়েই থাকে
—হাঃ হাঃ হাঃ।

মোলান—ভুল আপোনাৰ Mr. ভূঞা, finance always by Dr. Jibram.

খগেন—হয়নেকি ?

মোলান—Company and pleasure, everything by Dr. Jibram. Doctorৰ লগতেই মই অনবৰত থাকোঁ।

খগেন—তেনেহলে আজিনো কিহৰ দুখত অকলশৰীয়া হ'ল ?

মোলান—অকলশৰীয়া কিয় হ'ম ? এই অলপ পিচতেই তেওঁ পায়হিয়েই লাগে। তেৱেঁই মোক আগধৰি ইয়ালৈ পঠিয়ালে তেওঁ অহাৰ কথাটো কবলৈ।

খগেন—অ' লগ হবই তেন্তে অলপ পিছতে। পিছে তেওঁ যে আহিব ঘৰত খবৰটো দিলেনে নাই ?

মোলান—সুবিধা পালোঁ ক'ত কবলৈ ? তেখেত বোলে বাহিৰলৈ গৈছে। যিবিলাক আছে, সিহঁতে দেখোন মোৰ কথা শুনিবলৈকে নোখোজে। এগৰাকীয়ে কয়—আপুনি আহিব, আকৌ কয়—আপুনি যাব।

(লগে লগে জয়ৰামে যেন কৰবালৈ যাবলৈ আহিছে এনে ভাবত সোমাই আহে।)

মোলান—আকৌ ই গোলামে কয়—বহেও বহক আৰু যায়ো যাওক, বুজিছে ভূঞা ?

(জয়ৰামে খঙত কঁকালত গামোচাখন বান্ধি মোলানক কিবা কবলৈ ফেট লওঁতেই খগেনে মাত দিয়ে— )



খগেন—জয়ৰাম, বেণু ঘৰত আছেনে নাই ?

জয়ৰাম—আছে দাদা। আপোনাক মাতিবলৈ যাবলৈকে মই ওলাই আহিছিলোঁ। আইদেৱে যাবলৈ কৈছিল।

খগেন—মইতো আহিছোঁৱেই। বাৰু মই আহিলোঁ দাস। আপোনাৰ Doctor অহা খবৰটো মই ভিতৰত দিমগৈ বাৰু।

(প্ৰায় দৌৰিয়েই খগেন যায়গৈ)

মোলান—এই জয়ৰাম!

জয়ৰাম—কি কওক।

মোলান—মোকো মাতিছে নেকি ভিতৰলৈ ?

জয়ৰাম—নাই মতা।

(ভিতৰৰপৰা আকৌ আগৰ দৰে বেণুৰ গীত মাইক্ৰোফোনৰ যোগেদি শুনিবলৈ পোৱা যায়।)

মোলান—কিজানি মাতেই, তই সুধি আহগৈছোন, যা জয়ৰাম।

(খংমুৱা হৈ জয়ৰাম যায়গৈ)

মোলান—দেখিছা—ইজন অহাৰ লগে লগেই সিজনাৰ গা তিনিখন চাৰিখন লাগিলেই। হিয়াৰ তলিত প্ৰবাহিত হল প্ৰেমৰ মন্দাকিনীৰ শীতল ধাৰা। হৰি ঐ, কোনেনো আমাৰ কাৰণে এনেকৈ গীত গাই আমাক শুনাব! হতভগীয়া মোলান, মৰি যা, মৰি যা। কান্দি কান্দি চকু ফিকাই পেলা—তথাপি, তথাপি কোনো নাই তোক ভালপোৱা—

( জয়ৰাম সোমাই আহে আৰু ডাঙৰকৈ কয়— )

জয়ৰাম—বোলো শুনিছে ? দেউতা এতিয়াও আহি পোৱা নাই। আইদেৱে কলে—

( মোলানে অতি আগ্ৰহেৰে জয়ৰামৰ কথাৰ ওপৰতে মাত দিয়ে )

মোলান—কি ক'লে ?......

জয়ৰাম—আপুনি বহেও বহক আৰু—

( এইবাৰ আৰু বেছি আগ্ৰহেৰে )

মোলান—আৰু ?

জয়ৰাম—আৰু......যায়ো যাওক—

( জয়ৰামে উচাৎমাৰি সোমাই যায় )

মোলান—উঃ, ইমান অপমান ! ডাক্তৰ, মোৰ এই বিলৈ কৰিবলৈ তুমি মোক আগধৰি পঠিয়াইছা, অথচ তোমাৰ দেখাদেখি নাই।

( মুখত চিগাৰেট লৈ ভিতৰৰপৰা ভাহি অহা সঙ্গীতলৈ কাণ দুখন সজাগ কৰি জীৱৰাম লাহে লাহে সোমাই আহে। জীৱৰামৰ হাতত বেগ। )

জীৱৰাম—মোলান !

মোলান—Doctor, you are too late—

( জীৱৰামে মুখৰ ওচৰলৈ আঙুলি তুলি মোলানক কথা কবলৈ হাক দিয়ে। )

জীৱৰাম—শীস্ ! সঙ্গীতৰ সুৰৰ মাজত নিজকে বিলাই দি একেবাৰে মচ্‌গুল নহয় ?

( মোলানে চকুৰে ভাৱ প্ৰকাশ কৰে )



জীৱৰাম—অকল সঙ্গীতৰেই ঝঙ্কাৰ নে লগতে গীতৰো সমাবেশ ?

মোলান—দুয়োটাই।

জীৱৰাম—বেছ।

( জীৱৰামে মেজৰ ওপৰত বেগটো থয়। মোলানে ওচৰ চাপি কয়— )

মোলান—ৰেণু আইদেৱে গাইছে।

জীৱৰাম—নিশ্চয় তোমাৰ কাৰণে নহয়।

মোলান—সিমান ভাগ্য মোৰ নাই Doctor। খগেন ভূঞা এই মাত্ৰ সোমাইছে।

জীৱৰাম—খগেন ভূঞা ?—হুঁ—

মোলান—Doctor !

জীৱৰাম—দদাইদেউক মই অহা খবৰ দিছানে নাই ?

মোলান—এতিয়াও দিয়া হোৱা নাই Doctor।

জীৱৰাম—Nonsense.

মোলান—মই with full sense Doctor. তেখেত ঘৰতেই নাই।

জীৱৰাম—তেনেহলে ইয়াত ইমান পৰে আছা কেলেই ?

মোলান—তোমাৰ কাৰণেই wait কৰি আছোঁ Doctor.

জীৱৰাম—তোমাৰ জানো এইখিনিও common sense নাই যে অকলে এনেকৈ থকাটো উচিত নহয়।

মোলান—তুমি, তুমি nonsense commonsense সকলো কৈ পেলালা Doctor. একেবাৰে senseত ধৰিলা। Essence টোও কিয় বাদ দিলা ? কৈ পেলোৱা। ইফালেও অপমান,

সিফালেও অপমান। সন্মানতো নাই নাই, মানো নাই যাওঁ বাৰু—

( মোলান অহা দুৱাৰেদি যাব ওলাওঁতেই জীৱৰামে মাত দিয়ে— )

জীৱৰাম—মোলান।

( মোলান ওচৰলৈ আহে। জীৱৰামে তেওঁৰ হাতত তিনিখন ১০্ টকীয়া নোট দিয়ে। )

জীৱৰাম—নিয়া।

( মোলানে হাতত লৈ আচৰিত হৈ জীৱৰামলৈ চায়। )

জীৱৰাম—Scotch.

( মোলান আনন্দত মতলীয়া হৈ আনন্দৰ আতিশয্যত জীৱৰামলৈ হাত আগবঢ়ায়। )

মোলান—Thank you, Doctor.

( জীৱৰামে মোলানৰ হাতলৈ bag-টো আগবঢ়াই দিয়ে। মোলানে জীৱৰামৰ হাতৰ সলনি এটা bag হাতত পৰা কাৰণে আচৰিত হৈ কৈ পেলায়— )

মোলান—bag ?

( জীৱৰাম মোলানৰ ওচৰ চাপি সৰু মাতেৰে কয়— )

জীৱৰাম—দিনৰ পোহৰত মানুহক দেখুৱাই নিনিয়াই ভাল। মোৰ এই bagটোতে ভৰাই লবা, আৰু চাবা bagটোত থকা Medicineৰ bottle কেইটা যেন নেভাঙে আৰু নেহেৰায়। যোৱা।

মোলান—তুমি মহৎ Doctor, বাৰু মই আহিলোঁ—Good night.



জীৱৰাম—Good night ?

মোলান—Sorry, sorry, I mean, good bye.

জীৱৰাম—Good bye.

( মোলানে যোৱাৰ মাজতে কৈ যায়— )

মোলান—Again meeting Doctor.

( মোলান যায়গৈ। মোলানৰ ফালৰপৰা চকু ঘুৰাই জীৱৰামে নিজক অলপ সংযত কৰি লৈ মাত দিয়ে—)

জীৱৰাম—জয়ৰাম—জয়ৰাম—

( জয়ৰামে ততাতৈয়াকৈ সোমাই আহে )

জয়ৰাম—অ, আপুনি ডাক্তৰ বাবু—বহক।

জীৱৰাম—দদাইদেউ ঘৰত আছেনে নাই ?

জয়ৰাম—দেউতা ওলাই গৈছে। এই আহেহে লাগে।

জীৱৰাম—হুঁ ! খুৰীদেউ আছেনে নাই ?

জয়ৰাম—আই আছে। আইদেউও আছে।

জীৱৰাম—আৰু কোন আছে ?

জয়ৰাম—খগেন দাদা—তেৱোঁ আছে।

জীৱৰাম—বুজিছোঁ।

জয়ৰাম—আইক আপুনি অহাৰ কথা কমগৈ নেকি ডাক্তৰ বাবু ?

জীৱৰাম—হুঁ—নেলাগে। মই পিছত আকৌ আহিম!

( জীৱৰাম প্ৰায় যাবলৈ ওলায়েই আকৌ কয়— )

জীৱৰাম—শুন, মই যে এতিয়া আহি ফিৰি গলোঁ, এই কথা ৰেণু বা আন কাকো নকৰি বুজিছ।

জয়ৰাম—হয়নেকি ?

জীৱৰাম—ধৰ, এই নোট কেইখন। এইবাৰ বিহুততো তোক একো দিয়া নহল। তাৰে বক্‌চিচ্‌।

জয়ৰাম—ইস্‌, আপোনাৰ গোলাম হৈ থাকিম ডাক্তৰ বাবু ! আপুনি যি কয় তাকে শুনিম।

জীৱৰাম—বাৰু—মই আহিলোঁ।

( জীৱৰাম গুচি যায়গৈ )

জয়ৰাম—পুৱাই পুৱাই আজিনো কাৰ মুখ দেখিলোঁ প্ৰভু ? এখিলা দুখিলা নহয়—একেবাৰে পাঁচখিলা। তোৰ দিন ভাললৈ আহিছে জয়ৰাম। বেছি দিন আৰু তই বৰলা ভাত খাব নালাগে।

( ভিতৰৰপৰা বেণুৰ মাত শুনা যায় )

বেণু—জয়ৰাম—জয়ৰাম—

জয়ৰাম—আইদেউ—

( আনন্দ মনেৰে বেণু সোমাই আহে )

বেণু—কোন আহিছিল জয়ৰাম ? কথা কোৱা যেন শুনিছিলোঁ।

জয়ৰাম—আহিছিল—কোনো অহা নাই আইদেউ।

বেণু—তোৰ সৈতে কথা কোৱা যেন শুনিছিলোঁ।

জয়ৰাম—শুনিছিল নেকি ? অ' এই ময়েই এটা বচন আওৰাই-ছিলোঁ। অহা বাসত তন্তু পিয়দা আৰু বুদ্ধি পিয়নেৰে লগ লাগি এখন ভাওনা পাতিছোঁ নহয়। আপুনি কিন্তু চাব লাগিব আইদেউ।



( হাতত এটা গোলাপ ফুল লৈ খগেন বেণু অহা দুৱাৰেদিয়েই খৰধৰকৈ সোমাই আহে। )

খগেন—বেণু, ভাবিছা তুমি পলাই সাৰিবা। তোমাৰ খোপাত এই ফুল পিন্ধামেই।

( খগেনে বেণুক ধৰিবলৈ যায়। বেণু আঁতৰে। জয়ৰামে গা ঘূৰাই নেদেখা ভাও জোৰে। )

বেণু—খগেন দা—

( জয়ৰাম যাবলৈ ওলায় )

বেণু—জয়, নেযাবি, শুন।

খগেন—জয়ৰাম, সিটো ৰুমত মোৰ স্কাৰ্ফখন থাকিল, লৈ আহগৈছোন।

বেণু—খগেন দা—

খগেন—যা জয়ৰাম।

( জয়ৰাম লৰ দি ওলাই যায় )

বেণু—ময়ো যাওঁ, মোৰ কাম আছে।

( বেণু প্ৰায় গৈছিলগৈয়ে। খগেনে আগভেটি ধৰে। )

খগেন—নোৱাৰা যাব বেণু। মোৰ ফুলত জানো সৌৰভ নাই ? কোৱা বেণু !

বেণু—আছে।

খগেন—তেনেহলে বাধা দিয়া কয় ?

বেণু—নাই দিয়া—

(লাজকুৰীয়া ভাৱেৰে বেণুৱে মুখ ঘূৰাই খোপাটো খগেনলৈ আগ বঢ়াই দিয়ে।)

খগেন—বেণু, তোমাৰ সৌৰভৰ তুলনাত এই ফুলৰ সৌৰভ যে একোৱেই নহয় মই জানো। তথাপিও সজোৱাৰ এটা তৃপ্তি আছে—পিন্ধোৱাৰ এটা আনন্দ আছে বেণু। সেয়ে তোমাৰ খোপাত পিন্ধাবলৈ দিয়া—

( খগেনে বেণুৰ খোপাত ফুলটো পিন্ধাই দিয়ে। লগে লগে জয়ৰামে হাতত স্কাৰ্ফখন লৈ সোমায়েই "হৰি" বুলি স্কাৰ্ফ পেলাই থৈ—ভিৰাই লৰ দিয়ে। বেণু থিতাতে খগেনৰ কাষৰপৰা আঁতৰি দূৰৈত থিয় দিয়েগৈ। )

বেণু—ছিঃ ছিঃ মাক যদি কৈ দিয়েগৈ!

খগেন—যদি কৈ দিয়েগৈ! বৰ ভাল হব। তোমাৰ আৰু মোৰ ভিতৰৰ ব্যৱধান আঁতৰাই দিয়াত ডাঙৰ সহায় হব।

( খগেন বেণুৰ ওচৰ চাপে। বেণু আঁতৰি আনফাললৈ যায়। )

বেণু—খগেন দা, আপুনি ইমান বেয়া।

খগেন—হাঃ হাঃ—বেয়া হলেও জীৱৰাম, অৰূপ বৰুৱা, এওঁলোক-তকৈতো বহুতো ভাল, নহয় জানো বেণু?

( বেণু একেবাৰে নিমাত হৈ যায়। চকুত তাইৰ কিবা ভাৱ প্ৰকাশ পায়। )

খগেন—কোৱা বেণু, হয় নে নহয়?

( অন্যমনস্কতাৰ মাজেদিয়েই বেণুৱে কয়— )

বেণু—হয়। আপুনি ভাল, বহুতো ভাল খগেন দা।

খগেন—জানো, তোমাৰ মানত মই সকলোতকৈ ভাল। বহুতো ভাল। নহলে তুমি মোক ইমান আপোন কৰি নললা-হেঁতেন। জানা বেণু—



( খগেনে প্ৰায় কৈ থাকিবই খুজিছিল। কিন্তু বেণুক চিন্তামগ্ন দেখি বৈ যায়। )

খগেন—তুমি কিবা ভাবিছা বেণু—

( অন্যমনস্কতাৰ মাজেৰেই বেণুৱে কয়— )

বেণু—হুঁ—ভাবিছোঁ—খগেন দা—

( বেণুৱে অলপ ৰয়। তাৰ পিছত নিজক একেবাৰে স্বাভাৱিক অৱস্থালৈ আনি কয়— )

বেণু—ভাবিছোঁ আপোনাৰ, মোৰ আৰু মা দেউতাৰ কথা।

খগেন—মানে?

বেণু—চাওকচোন, মা দেউতাই আমাক কিমানখিনি স্বাধীনতা দিছে।

খগেন—মই ঠিক বুজি পোৱা নাই বেণু!

বেণু—মা দেউতাই আমাক ইমান ঘনিষ্ঠ ভাবে মিলিবলৈ দিছে। আপুনি, মই ইমান পৰ একেলগে কটাওঁ, কত ধেমালি কৰোঁ। আনে হলে জানো এনেকৈ মিলিবলৈ দিলেহেঁতেন!

খগেন—তেখেতসকলে মোক বৰ ভাল পায় আৰু বিশ্বাস কৰে।

( বেণু আকৌ অলপ অন্যমনস্ক হয় আৰু তেনে ভাৱতেই কয়— )

বেণু—বাৰু খগেন দা। যুদ্ধ তাকেই বোলে নহয় য'ত এক-পক্ষ হাৰে।

খগেন—কি যে আওপকীয়া কথাবোৰ কোৱা!

বেণু—আওপকীয়া? এৰা।

( বেণুৰ ভিতৰত যেন কিবা দ্বন্দ্বই দেখা দিয়ে। ভাবাবেগ লুকাবলৈ চেষ্টা কৰি খৰকৈ উশাহ লবলৈ ধৰে। )

খগেন—এনেকৈ উশাহ লৈছা কেলেই ? বাৰু বেণু, এটা কথা সোধো। আজি কিছু দিনৰপৰা মন কৰিছোঁ, তুমি যেন ক্ষীণাই যাবলৈ ধৰিছা।

বেণু—বেচ্ ধৰিলে কিন্তু। পিছে মোৰ মনটো নে দেহটো। কোনটো ক্ষীণাই যাবলৈ ধৰিছে ?

খগেন—তোমাৰ মনৰ কথা মই কেনেকৈ জানিম কোৱা ?

বেণু—ঠিকেই। ভিতৰটো নেচায় কোনেও, চায় বাহিৰটোহে। বাৰু খগেন দা — থাওক —

খগেন—কোৱা বেণু তুমি, এনেকৈ ঘনাই উশাহ লৈছা কেলেই?

বেণু—নাই, এনেয়ে—বলক খগেন দা, অলপ ফুৰি আহোঁগৈ। ৰব, মই চাদৰখন সলাই আহোঁগৈ।

(বেণুৱে খগেনক একো কবলৈ সুবিধাকে নিদি ভিতৰলৈ যায়। খগেনো পিচ লব খোজোঁতেই বাহিৰত মটৰৰ হৰ্ণ বাজি উঠে। খগেন ৰয় আৰু ঘূৰি চায়। লগে লগে ৰত্নেশ্বৰ বৰুৱাৰ মাত শুনা যায়।)

ৰত্নেশ্বৰ—বেণু—বেণু—

(বৰুৱা সোমায়েই খগেনক দেখি ৰয়। তাৰ পিছত কয়—)

অ খগেন —

খগেন—হয়।

ৰত্নেশ্বৰ—বহা—বহা—বহা—

(বৰুৱা চোফাখনতে বহি পৰে। তাৰ পিছত কয়—)

ৰত্নেশ্বৰ—তুমি আছা ভালেই হৈছে। মই তোমাক অথনি পুৱাতে কথাটো কম বুলি ভাবিছিলোঁ—এই কালি তোমাৰ দেউতাৰাৰপৰা এখন চিঠি পাইছোঁ।



খগেন—কি লিখিছে ?

ৰত্নেশ্বৰ—তুমি এইবাৰ fail কৰাত তেখেতে বৰ বেজাৰ পাইছে। তেখেতৰ ইচ্ছা তোমাক Business line তে সুমুৱাই লোৱা। এই বিষয়ে মোৰ পৰামৰ্শ বিচাৰিছে।

খগেন—নহয়। মই পঢ়িম। আৰু এবছৰ পঢ়িম।

(বেণুৱে গাত এখন আন চাদৰ লৈ সোমায়েই দেউতাকক দেখে।)

বেণু—অ' দেউতা। জয়ৰাম, জয়ৰাম—মাক ক দেউতা আহিছে। দেউতা আমি অলপ ফুৰি আহোঁগৈ।

ৰত্নেশ্বৰ—কলৈ যাবি আই ?

বেণু—এনেয়ে নৈৰ পাৰত খগেন দা আৰু মই অলপ ফুৰি আহোঁগৈ। যাওঁ দেউতা।

ৰত্নেশ্বৰ—যা বাৰু আই। পিছে সন্ধিয়াৰ লগে লগেই ফিৰিবি। খগেন, কথাটো দকৈ গমি পিটি চাই কি কৰা মোক জনাবা।

খগেন—ভাল।

(বেণু ওলাই যায়। খগেনে পিছ লয়। আনফালৰপৰা জয়ৰাম সোমাই আহে।)

জয়ৰাম—দেউতা, আয়ে আপোনাক ভিতৰলৈ মাতিছে। হাত মুখ ধুবলৈ পানী কাঠিতে দিছোঁ।

(জয়ৰামে বৰুৱাৰ হাতৰপৰা লাঠিডাল লয়।)

ৰত্নেশ্বৰ—এইটোও থগৈ।

( বৰুৱাই কোটটো বা চাদৰখন জয়ৰামৰ হাতত দিয়ে। লগে লগে বাহিৰত জীৱৰামৰ মাত শুনা যায়। )

জীৱৰাম—দদাইদেউ, মই আহিব পাৰোনে ?

ৰত্নেশ্বৰ—অ' জীৱৰাম, আহা, আহা, বহা। জয়ৰাম তই আয়েৰক কগৈ চাহ জলপান ইয়ালৈকে লৈ আহক।

( লগে লগে বৰুৱাৰ পৰিবাৰ সীতাই কপালৰ কাষলৈকে ওৰণিখন টানি সোমাই আহে। )

ৰত্নেশ্বৰ—অ' তুমি আহিছাই—

সীতা—জীৱবোপা দেখোন। ভালে আছা নহয় ?

জীৱৰাম—হয় খুৰীদেউ।

ৰত্নেশ্বৰ—সীতা, চাহ ইয়ালৈকে লৈ আহাগৈ। দুয়োৰে কাৰণে আনিবা আকৌ।

জীৱৰাম—মোৰ কাৰণে নেলাগে খুৰীদেউ। মই এই খায়েই আহিছোঁ।

সীতা—থোৱা, থোৱা, ডেকা লৰা, খোৱাত নো আপত্তি কৰানে ? জয়ৰাম, তই চুগিলাচ পানী আন।

( সীতা ওলাই যায়। জয়ৰামে দুখন tepoy দাঙি দুয়োৰো আগত ভালকৈ থৈ সীতাৰ পিছ লয়। )

ৰত্নেশ্বৰ—তাৰ পিছত, কোৱা জীৱ, তোমাৰ practice এতিয়া কেনে চলিছে। তোমাৰ Nursing Home ত indoor patient ৰখাৰো দিহা আছে নেকি ?

জীৱৰাম—Indoor patient ৰখাৰ ব্যৱস্থা ঠিক এতিয়াও কৰি



উঠিব পৰা নাই। টকা পইচাৰ অসুবিধাই ঘাই কাৰণ অৱশ্যে।

( জয়ৰামে হাতত দুগিলাচ পানী লৈ সোমাই আহে। লগে লগে সীতাও হাতত চাহ লুচিৰ জলপান লৈ আহে। )

জীৱৰাম—খুৰীদেৱে বহুতো আনিলে।

ৰত্নেশ্বৰ—একো বেছি নহয়, খোৱা।

জীৱৰাম—দদাইদেউৰ ?

সীতা—মই আনোগৈ, তুমি খোৱা।

( সীতা যায়গৈ )

ৰত্নেশ্বৰ—জয়ৰাম, চাওঁ জোতা যোৰ খহা। চাহটোপা চেঁচা পৰি যাব, তুমি খোৱা জীৱ।

( ৰত্নেশ্বৰে অলপ আৰাম কৰাৰ পিছত কয়— )

ৰত্নেশ্বৰ—তাৰ পিছত আৰু খবৰ কি আছে কোৱা। তোমালোকৰ ঘৰৰ ফালে বৰ্ত্তমান ভাল নহয় ?

জীৱৰাম—বৰ্ত্তমান একৰকম ভালেই।

( সীতা আহে। জীৱৰাম হঠাৎ বৈ যায় ; তাৰ পিছত অলপ ডোপ লৈ তৎক্ষণাৎ সীতালৈ অলপ সময় চাই থাকি লাহেকৈ সোধে— )

জীৱৰাম—খুৰীদেউ, ৰেণুক এতিয়াই ওলাই যোৱা দেখি আহিলোঁ। কলৈ গৈছেনো ?

সীতা—ফুৰিবলৈয়ে অলপ ওলাই গৈছে।

জীৱৰাম—লগত বোধকৰো খগেন ভূঞাও গৈছে, নহয় নে খুৰীদেউ ?

সীতা—এৰা বোপাই। সিহঁত দুয়ো প্ৰায়েই যায়।

জীৰৰাম—অৱশ্যে যায়। কিন্তু ভবিষ্যত বৰ ভাললৈ নেযায় খুৰীদেউ।

ৰত্নেশ্বৰ—ৰবা ৰবা। মই তোমাৰ কথাত নেমাতি নোৱাৰিলোঁ। তুমি দেখিছোঁ একেবাৰে পিছ পৰি আছা। আজিৰ যুগ প্ৰগতিৰ যুগ।

জীৰৰাম—তেন্তে, মই নকৈ নোৱাৰিলো দদাইদেউ। সিদিনাৰ ঘটনাও তেনেহলে প্ৰগতিৰে এটা নিদৰ্শন নেকি?

ৰত্নেশ্বৰ—সিদিনাৰ ঘটনা? তুমি কি কৈছা মই একো বুজি পোৱা নাই।

সীতা—অ' সিদিনা আপোনাক কোৱা নহল আৰু, সেয়ে নেজানে। সেইবোৰ কথা এতিয়া যাবলৈ দিয়া জীৰ।

জীৰৰাম—নহয় খুৰীদেউ, এনেকৈ এৰিবলগীয়া কথাতো নহয়। আৰু সেই কাৰণেই মই বিশেষকৈ এনে অসময়ত আমনি কৰিবলৈ আহিলোঁ অপোনালোকক।

ৰত্নেশ্বৰ—সীতা, তুমি দেখোন মোক এইবোৰ একোৱেই কোৱা নাই! জীৰ, কোৱাচোন কি হৈছে?

জীৰৰাম—দদাইদেউ, অৰূপ মোৰ বিশেষ অন্তৰঙ্গ, আপুনি জানে?

ৰত্নেশ্বৰ—নিশ্চয় নিশ্চয়—তেওঁতো আমাৰো নিজৰ ঘৰৰ লৰাৰ নিচিনাই।

জীৰৰাম—নিশ্চয় নহয় দদাইদেউ। যদি হল হয় তেন্তে বেণুৰে···

ৰত্নেশ্বৰ—বেণুৰে? কোৱা? বলা কিয়?

জীৰৰাম—বেণুৱে অৰূপক এনেদৰে অপমান নকৰিলেহেঁতেন—

ৰত্নেশ্বৰ—বেণুৱে অপমান কৰিছে? অৰূপক? কেতিয়া? কিয়? সীতা, এইবোৰ কি কথা? মই একো বুজি নেপাওঁ।



(বেণু সোমাই আহে। পিছে পিছে খগেন)

বেণু—মা, আমি আহিলোঁ ফুৰি।

ৰত্নেশ্বৰ—বেণু—সঁচানে?

বেণু—কি দেউতা?

ৰত্নেশ্বৰ—তই অৰূপক কিবা কৈছ?

বেণু—সঁচা দেউতা।

ৰত্নেশ্বৰ—অ'—

জীৰৰাম—নমস্কাৰ Mr. ভূঞা।

খগেন—নমস্কাৰ।

জীৰৰাম—বেণু—

বেণু—বেণু! হাক্ দিছোঁ নহয় আপোনাক নাম কাঢ়ি মাতিবলৈ।

জীৰৰাম—অহ্।—বেণু দেবী—কোৱা আৰু কি কব লাগিব?

বেণু—মোক নাম কাঢ়ি নেমাতিব আপুনি।

(বেণুৰ কথাৰ ওপৰত ৰত্নেশ্বৰে ধমক দি কয়)

ৰত্নেশ্বৰ—বেণু—

(ৰত্নেশ্বৰে বেণুৰ ওচৰৰ পৰা বেগেৰে সীতাৰ ওচৰলৈ যায়)

ৰত্নেশ্বৰ—সীতা, ঘৰত কি ঘটে বা নঘটে মই জনা উচিত। আৰু তুমিও এইটো জনা উচিত যে ছোৱালীক লাই দি বঢ়োৱাটোকে মৰম কৰা নোবোলে।

সীতা—মোক আকৌ এনেয়ে দোষে! সিদিনা ঘৰখনত মানুহে হুনুহে তেনেই হুলস্থুল। কওঁনো কেনেকৈ তেতিয়া! পিছতো পাহৰিলোঁ আৰু। আহ্ বেণু ভিতৰলৈ আহ।

(সীতা আৰু বেণু যাবলৈ ওলায়)

ৰত্নেশ্বৰ—ৰেণু—শুন—

( ৰেণু ফিৰে আৰু নতদৃষ্টিৰে দেউতাকৰ কথা শুনে )

ৰত্নেশ্বৰ—অকল কলেজীয়া শিক্ষাই শিক্ষা নহয়। শিক্ষা মূল্যহীন যদি তাক জ্ঞানেৰে পৰিচালিত কৰা নহয়। তোৰ কথাবো শুনি আৰু দেখি মই বেজাৰ পাইছোঁ। তই মোৰ একেজনী ছোৱালী। তোৰ ভিতৰেদি মই বহুতো আশা কৰিছোঁ তই মোক অশান্তি নিদিবি। যি ফালেই যাৱ, সেই ফালে জুই নলগাবি।

( উত্তেজনাত ৰত্নেশ্বৰে কথা কৈ কৈ ভিতৰলৈ সোমাই যায়। মঞ্চ অলপ সময় নিস্তব্ধতা। )

ৰেণু—দেউতাৰ গালি খুৱাই জানো আপোনাৰ হেঁপাহ পলোৱা নাই Mr. Barua ? বল কিয় ? কওক আৰু কি কৰবলৈ আছে !

জীৱৰাম—হাঃ হাঃ হাঃ—

ৰেণু—আকৌ হাঁহিছে কেলেই ?

( জীৱৰামে আৰু বেছিকৈ হাঁহে— )

জীৱৰাম—হাঃ হাঃ হাঃ—

খগেন—Mr. Barua, আপোনাৰ সীমা পাৰ হৈ গৈছে।

জীৱৰাম—খগেন ভূঞা! তুমি মোতকৈ নিশ্চয় বয়সত কিছু সৰু সেয়ে তোমাৰ ধমকৰ সুৰ শোভা পাব সৌ ৰেণু দেবী ওচৰত।

খগেন—মিঃ Barua—আপুনি—



জীৱৰাম—Shut up—মই আহিলোঁ। এটা কথা ৰেণু—

ৰেণু—কওক, বল কিয় ?

জীৱৰাম—আজি আৰু কোৱা নহল। কলে হয়তো তোমাৰ খগেনদাই একেবাৰে কান্দিয়েই পেলাব।

খগেন—Mr Barua—আপুনি মোক অপমান কৰিছে।

জীৱৰাম—হাঃ—হাঃ—হাঃ—হাঃ—হাঃ—

( হাঁহি হাঁহিয়েই জীৱৰাম ওলাই যায়। বহু দূৰৈৰ পৰাও হাঁহি শুনা যায়। ৰেণুৱে খং আৰু অভিমানত একো কব নোৱাৰে। ভিতৰত করুণ সুৰৰ আৱহ সঙ্গীত আৰম্ভ হয়। খগেনে লাহে লাহে ৰেণুৰ ওচৰ চাপি অতি মৰমেৰে মাত দিয়ে। )

খগেন—ৰেণু—

ৰেণু—খগেন দা, আপুনি যাওক খগেন দা, নিশা হৈছে।

খগেন—নহয় ৰেণু। তোমাক এনেকৈ এৰি যাবলৈ বৰ বেয়া লাগিছে। তোমাৰ মনটো একেবাৰে মৰহি গৈছে।

ৰেণু—নহয় খগেন দা—আপুনি যাওক—যাওক—যাওক। মোৰে শপত যাওক, যাওক আপুনি !

( ৰেণুৱে কথাৰ শেষত প্ৰায় কান্দিয়েই পেলায়। লুকাবলৈ দুই হাতৰ মাজত মুখ ঢাকে। )

লগে লগে আগত

আঁৰকাপোৰ

## দ্বিতীয় দৃশ্য

[ অৰূপ বৰুৱাৰ ঘৰৰ এটা কোঠা। কোঠাটো অতি শুৱনি অথচ সাধাৰণ ভাৱে সজোৱা। মঞ্চৰ সমুখফালৰ দুয়োকাষেদি আন কোঠালৈ যোৱাৰ দুৱাৰ। দুয়োফালৰ দুৱাৰৰ কাষেদিয়েই দুখন খিৰিকি। দুৱাৰ আৰু খিৰিকিত বগা পৰ্দ্দা থকা দেখা যায়। কোঠাটোৰ সোঁ মাজডোখৰ তেনেই খোলা আৰু সেই খোলাডোখৰৰ পৰা আৰম্ভ কৰি পিছফাললৈ সেইডোখৰ এটা বহল বুলনী চ'ৰা। সেই চ'ৰাৰো একেবাৰে শেষত এখন ৰেলিং দেখা যায়। ৰেলিঙৰ সিফালে ফুল আদিৰ গছ-গছনিৰে সৈতে আন আন গছ-গছনি দেখা যায়। তাৰো দূৰৈত বগা কলা মেঘেৰে আকাশখন। সময় আবেলি। কোঠাত প্ৰয়োজনীয় চকী চোফা মেজ আদি সকলো আছে। মজিয়াত কাৰ্পেট পৰা। কোঠাৰ দেৱালত একো ঠাইত একোটা শুৱনি খুপৰী। তাত কিতাপ ফটো আদি থাকে। আঁৰকাপোৰ উঠাৰ লগে লগে দেখা যায় অৰূপে দৰ্শকলৈ পিছ দি ৰেলিঙত হাত থাপি দূৰৈৰ আকাশলৈ চাই চাই বহুদূৰৈৰ পৰা ভাহি অহা গীত শুনি আপোন পাহৰা হৈ থাকে। এই গীতটি অৰূপৰ এটি অতীত স্মৃতি সোঁৱৰণি। গছ-গছনিৰ বতাহে অৰূপৰ দেহৰ কাপোৰ আৰু চুলি উৰুৱাই থাকে। গীতটি লাহে লাহে নোহোৱা হৈ যায়। ]

—গীত—

তুমি ভালপোৱা মোৰ গান
মৰমে পৰশা কণ্ঠত মোৰ
বিচাৰা দৰদী প্ৰাণ ॥



নীৰৱ নিশাৰ বিৰহী কেতেকী
পৰে পৰে সাৰ পাই
চিৰ বিৰহৰ বেদনা মধুৰ
যায় মোক সোঁৱৰাই
সেয়ে মোৰ হায়
মৰমৰ প্ৰতিদান ॥
কালৰ বুকুত আপোন পাহৰি
তুমিওতো যাবা মাৰ
তুমি ভালপোৱা
গীতিমালা মোৰ
অম্লান সম্ভাৰ
সিটো নোহে অৱসান ॥

( গীতৰ শেষত ৰেলিঙৰ কাষেদি কিষণলাল সোমাই আহে। অৰূপক তন্ময় যেন দেখি কিষণে লাহেকৈ মাত দিয়ে— )

কিষণ—বাবুজী—

( অৰূপে যেন হঠাৎ সম্বিত ফিৰাই পায়। তাৰ পিছত কিষণলৈ মুখ ঘূৰাই কয়— )

অৰূপ—বলো—

কিষণ—এক আদমী আয়ে হ্যাঁয়।

অৰূপ—ক্যেইসা আদমী ?

কিষণ—মালুম হোতা হ্যায় কি বহুত বড়ে অমীৰ আদমী হ্যাঁয়।

অৰূপ—অন্দৰ লে আও।

কিষণ—আচ্ছা জী !

( কিষণ অহা বাটেদি ওলাই যায়। অৰূপ লাহে লাহে মঞ্চৰ সমুখলৈ আহি থাকে। কিষণে বাট দেখুৱাই ৰত্নেশ্বৰ বৰুৱাক আগবঢ়াই আনে। বৰুৱাই সোমায়েই এটা pauseত থিয় হৈ গহীনাই অৰূপক মাত দিয়ে। কিষণ ওলাই যায়। )

ৰত্নেশ্বৰ—অৰূপ—

( মাত শুনি অৰূপে ফিৰি আথে-বেথে মাত দিয়ে— )

অৰূপ—আপুনি, আহক, বহক।

( বৰুৱা বহে। অৰূপ থিয় দি থাকে— )

ৰত্নেশ্বৰ—কেনে আছা ?

অৰূপ—ভালেই। আপুনি ইমান কষ্ট কৰি আহিছে। কিষণ !

কিষণ—জী !

অৰূপ—চায়।

ৰত্নেশ্বৰ—তুমি দেখোন জানাই মই ঘৰৰ বাহিৰে ক'তো একো নেখাওঁ।

অৰূপ—জানো, তথাপি আপুনি আহিছে। শুদা মুখে কেনেকৈ পঠাওঁ—অলপ ফলমূল—

ৰত্নেশ্বৰ—ওহোঁ—নেখাওঁ।

অৰূপ—গৰমত আহিছে এগিলাচ নেমুৰ চৰবতকে দিওঁ।

ৰত্নেশ্বৰ—আনা বাৰু। নেখালে তুমি বেয়া পাবা।

অৰূপ—কিষণ !

কিষণ—জী !



অৰূপ—সৰবৎ বনানেকে লিয়ে সব চীজেঁ য়হাঁ লে আও।

কিষণ—আচ্ছা জী।

অৰূপ—ঘৰততো কোনো নাই, সেয়ে ইয়ালৈকে আনিবলৈ দিছোঁ। ময়েই কৰি দিওঁ।

ৰত্নেশ্বৰ—থাওক—তুমি ইমান কষ্ট কৰিব নেলাগে।

অৰূপ—একো নহয়। মোৰ ভাগ্য আপুনি মোৰ ইয়াত ভৰি দিছেহি।

ৰত্নেশ্বৰ—কি যে কোৱা। হৈছে বাৰু, তুমি বহা। পিছে তোমাৰ ভনীয়েৰা গলগৈ নেকি ?

অৰূপ—লনি ? তাই যাবৰ আজি কেইবাদিনো হল।

ৰত্নেশ্বৰ—তাইক ক'ত পঢ়ুৱাইছা বুলি কৈছিলা ? শান্তি নিকেতনত, নহয়নে ?

অৰূপ—হয়, শান্তি নিকেতনত। পিছে অহা বছৰ তাইক আন ঠাইত দিয়াবহে ইচ্ছা আছে।

( কিষণে ট্রেত সকলো সৰঞ্জাম লৈ সোমাই আহে। )

কিষণ—বাবুজী—

অৰূপ—উহাঁ ৰখ-দো।

( কিষণে দেৱালৰ কাষতে থকা এখন টেবুলত বস্তুবোৰ থয়। অৰূপে ওচৰ চাপি লৈ কয়— )

অৰূপ—চিনি লাও।

কিষণ—জী—

( কিৰণ যায় আৰু চেনিৰ বটল লৈ আহে। অৰূপে চৰবৎ কৰিবলৈ ধৰে। ৰত্নেশ্বৰ বকৰাই কৈ যায়— )

ৰত্নেশ্বৰ—এটা যুগৰ কথা অৰূপ। তোমাৰ ইয়ালৈ আহি আজি সেই কথাই মনত পৰিছে। তোমাৰ দেউতাৰা—সৌম্য শান্ত মুখখন তেওঁৰ, মই আজিও পাহৰা নাই। কলিকতাৰ এখন মিটিঙত আমাৰ প্ৰথম পৰিচয়। সেই পৰিচয়েই হয় আমাৰ ভিতৰৰ ঘনিষ্ঠতাৰ প্ৰথম সূত্ৰপাত। তাৰ পিছত আৰু তেখেতৰ লগত দেখাদেখি নাই।

( ইয়াৰ মাজতেই অৰূপে চৰবৎ লৈ বৰুৱাৰ ওচৰ চাপে। )

অৰূপ—খাওক।

ৰত্নেশ্বৰ—খাম। তুমি বহা, শুনা। তাৰ পিছত শুনিলোঁ তেখেত ইয়াতেই থাকি ব্যৱসায়ত মনোনিবেশ কৰিছে। ময়ো মোৰ চাকৰিয়াল জীৱনৰ কামত বহুতো ঠাই ঘূৰি আজি ছুবছৰৰ আগতে যেতিয়া ইয়ালৈ আহোঁ তেতিয়া প্ৰথম শুনো, তেখেত আৰু ইহসংসাৰত নাই। তাৰ পিছত তুমি—তোমাৰ কথা আৰু তোমাৰ দেউতাৰাৰ কথা প্ৰথম যিদিনা মই ৰেণুৰ মুখত শুনো—সেই দিনাই তোমাক লৈ আহিবলৈ মই তাইক জনাওঁ।

অৰূপ—হয়, মনত আছে। চৰবৎ গিলাচ খাওক।

ৰত্নেশ্বৰ—ব্যস্ত নহবা।

( ৰত্নেশ্বৰে এঢোক খায় )

ৰত্নেশ্বৰ—তোমাৰ দেউতাৰা আৰু মোৰ সেই অলপদিনীয়া ঘনিষ্ঠতা



আমাৰ কৰ্ম্মব্যস্ততাৰ মাজত হেৰাই গৈছিল সঁচা। কিন্তু তাক আকৌ ফিৰাই পাইছিলোঁ, তোমাৰ মাজেৰে।

অৰূপ—আপোনালোকৰ মৰম চেনেহ মই কেতিয়াও নেপাহৰোঁ।

( ৰত্নেশ্বৰে চৰবৎ শেষ কৰি বহাৰপৰা উঠে আৰু কয়— )

ৰত্নেশ্বৰ—তুমি পাহৰিছা অৰূপ। ৰেণু—তাই এজনী আকৰী ছোৱালী। তাইৰ ওপৰত খং কৰি তুমি এনেকৈ একেবাৰে যাবলৈ এৰাটো উচিত নহয়।

( বেজাৰত অৰূপে আনফাললৈ মুখ ঘূৰাই কয়— )

অৰূপ—খং মোৰ কাৰো ওপৰতেই নাই। আৰু ৰেণু, তেওঁৰ নিচিনা ইমান ভাল ছোৱালী সচৰাচৰ দেখিবলৈ পোৱা নেযায়। তেওঁৰ ওপৰত মই কিয় খং কৰিম?

ৰত্নেশ্বৰ—সঁচাকৈয়ে অৰূপ, মোৰ ছোৱালী বুলি মই কোৱা নাই, শতুৰুৰ ছোৱালী হলেও কব লাগিব, তাইৰ নিচিনা ভাল ছোৱালী সহজতে দেখা নেযায়।

অৰূপ—আপুনি বহক। থিয় হৈ থাকিলে—

ৰত্নেশ্বৰ—নাই, নবহোঁ। মোৰ অলপ কাম আছে—পিছে আজি যাবা।

( অৰূপ নিমাত—বৰুৱাই আকৌ কয়— )

ৰত্নেশ্বৰ—তুমি মনে মনে থাকিলা?

অৰূপ—মই—মোৰো কাম আছে। কেতিয়াবালৈ যাম নিশ্চয়।

ৰত্নেশ্বৰ—অৰূপ, মই বেয়া পাইছোঁ, তুমি মোক ফাঁকি দিবলৈ চেষ্টা কৰিছা। মোৰ কথাৰ ওপৰত আন কাৰো কথাই

অনা উচিত নহয়। মই কৈছোঁ, মই মাতিছোঁ—তুমি আহিবা। কোৱা আহিবা।

অৰূপ—ভাল, আহিম।

ৰত্নেশ্বৰ—এতিয়া, অলপ পিছতে আহিবা।

অৰূপ—ভাল।

ৰত্নেশ্বৰ—বাৰু মই আহিলোঁ।

(বৰুৱা লাহে লাহে মঞ্চৰ পিছফালৰ অহা বাটেদি যায়গৈ। অৰূপে বেলিঙৰ কাষলৈকে আগবঢ়াই দি আনন্দিত মনেৰে ততাতৈয়াকৈ মঞ্চৰ সমুখলৈ আহি অলপ ডাঙৰকৈ মাতে-- )

অৰূপ—কিষণ!

(কিষণ সোমাই আহে)

কিষণ—জী!

অৰূপ—মেৰা পেণ্ট, চাৰ্ট জলদি নিকালো। ম্যেঁ আভি বাহৰ যা ৰহা হু।

(কিষণে আনন্দত কৈ উঠে আৰু ওলাই যায়।)

কিষণ—আচ্ছা জী—আপ্ আযাইএ।

(অৰূপে পাচ চেকেণ্ডমান আনন্দত আৰু আৱেগত একো কব নোৱাৰে। তাৰ পিছত অস্ফুট স্বৰত ৰেণুৰ নামটো নিজে নিজেই উচ্চাৰণ কৰে আৰু পিছ মুহূৰ্ত্ততে ভিতৰলৈ যাব খোজোঁতেই আন ফালৰ পৰা খগেন ভূঞা সোমাই আহে।)

খগেন—Good afternoon, Mr. Barua.

অৰূপ—অ' আপুনি, মিঃ ভূঞা, Good afternoon, আহক, বহক।



খগেন—বৰুৱা, মোক এনেকৈ হঠাতে অহা দেখি আপুনি চাগৈ বৰ আচৰিত হৈছে নহয়?

অৰূপ—আচৰিত কিছু হৈছোঁ ভূঞা। কাৰণ আপুনি নহা মানুহ আহিছে।

খগেন—তাৰ কাৰণ আছে বৰুৱা।

অৰূপ—কওক।

খগেন—এই অলপ আগেয়ে ৰেণুৰ দেউতাক আপোনাৰ ইয়ালৈ আহিছিল নহয়?

অৰূপ—হয়। আহিছিল।

খগেন—তেখেতে আপোনাক তেখেতৰ তালৈ মাতি গৈছে নহয় নে?

অৰূপ—হয়, মই এই যাব ওলাইছোঁৱেই।

খগেন—ৰেণুৱে ঠিকেই কৈছে তেন্তে।

অৰূপ—কি কৈছে ভূঞা?

খগেন—তেওঁৰ দেউতাক যে আপোনাৰ ইয়ালৈ আহিব—আপোনাক মাতিবলৈ, সেই কথা। আৰু মোকো তেওঁ সেই কাৰণেই পঠাইছে।

অৰূপ—সেই কাৰণেই? এক মিনিট বহক ভূঞা। মই dress কৰি লওঁ। একে লগে যাম।

(অৰূপ প্ৰায় গৈছিলগৈয়ে। খগেনে মাত দিওঁতেহে ৰল।)

খগেন—সেই কাৰণেই মানে আপুনি ঠিক কাৰণটো বুজি পোৱা নাই বৰুৱা।

অৰূপ—বুজাই কওক ভূঞা।

খগেন—তেওঁ মোক পঠাইছে—

অৰূপ—পঠোৱাৰ উদ্দেশ্য—

খগেন—আপুনি যেন তালৈ নেযায়।

অৰূপ—অস্—

( লগে লগে ভিতৰত ক্লেস্ মিউজিক বাজি উঠে। অৰূপ আঘাতত—মৰহি পৰে। খগেনৰ কাষত লুকাবলৈ আনপিনে মুখ ঘূৰায়। মঞ্চত কিছু সময় নিস্তব্ধতা। মাত্র বেহেলাৰ করুণ সুৰৰ আলাপহে শুনা যায়। খগেনে অৰূপৰ ওচৰ চাপি কয়— )

খগেন—আপুনি তেওঁৰ তালৈ যোৱাটো তেওঁ ভাল নেপায়।

অৰূপ—বুজিছোঁ ভূঞা।

( কিষণে খৰখৰকৈ সোমাই আহে )

কিষণ—বাবুজী, কপৰাতো সব্ তৈয়াৰ হ্যায়। অব্ আপ আইয়ে।

অৰূপ—কপৰা উঠাকে ৰখ দো।

কিষণ—কিউ আপ্ বাহৰ নহী যায়েঙ্গে বাবুজী ?

অৰূপ—নহীঁ।

( কিষণো মৰহি যায়—বেজাৰেৰে তলমূৰ কৰি ওলাই যায়। অৰূপ খগেনৰ ওচৰলৈ আহি লাহে লাহে কয়— )

অৰূপ—জীৱনত কোনো দিন নেযাওঁ বুলিয়েই ঠিক কৰিছিলোঁ। কিন্তু আজি হঠাৎ যাবলৈ ওলাইছিলোঁ—তেখেতে নিজে আহি মতাৰ কাৰণে। আপুনি তেখেতক কব মোৰ হঠাৎ অসুখ হৈ পৰাত যাবলৈ নোৱাৰিলোঁ।



খগেন—আপোনাক ধন্যবাদ বৰুৱা।

অৰূপ—ধন্য হবৰ একো নাই ভূঞা। আৰু আপুনিও মোৰ পৰা একো ভয় খোৱাৰ কাৰণ নাই। আপোনালোকৰ মৰম প্ৰীতিৰ মাজত মই কেতিয়াও ধূমকেতুৰ নিচিনাকৈ নপৰোঁগৈ।

খগেন—বৰুৱা, আপুনি যাব নোৱাৰাৰ কথা মই ৰেণুৰ দেউতাকক কমগৈ। এতিয়া আহিলোঁ।

অৰূপ—ভাল আহক।

( অৰূপ একে ঠাইতে থিয় হৈ থাকে। খগেন যাব খোজোঁতেই অৰূপে কওঁ নকওঁকৈ মাত দিয়ে— )

অৰূপ—আৰু এটা কথা।

খগেন—কওক।

অৰূপ—যদিও মোৰ অধিকাৰ নাই তথাপিও কওঁ, ৰেণু খুব ভাল ছোৱালী। তেওঁক যেন কেতিয়াও দুখ নিদিয়ে।

খগেন—আপোনাৰ আদেশ নে উপদেশ ?

অৰূপ—মোৰ অনুৰোধ।

খগেন—ভাল কথা, আহিলোঁ।

( খগেন আকৌ কিছুদূৰ যাওঁতেই অৰূপে ভিতৰৰ বেজাৰবোৰ কোনোমতে হেচি ৰাখি আকৌ মাত দিয়ে— )

অৰূপ—আৰু এটা কথা ভূঞা।

খগেন—কওক।

অৰূপ—কৈছোঁ। অলপ সময় বহক, মই ভিতৰৰপৰা আহোঁ।

( অৰূপ সোমাই যায়। খগেনৰ চকু আৰু ওঠত দুষ্ট হাঁহি ফুটি উঠে। অৰূপ যোৱাৰ পিনে কিছু সময় চাই থকাৰ পিছত দৰ্শকলৈ দৃষ্টি ঘুৰাই বহি পৰে। লগে লগে পিছফালৰ ৰেলিঙৰ কাষৰ বাটেদি মোলান আৰু জীৱৰাম সোমাই আহে। মোলানে সোমায়েই খগেনক দেখি বৈ যায় আৰু জীৱৰামক সৰুকৈ কয়— )

মোলান—Doctor, চিকাৰ এইয়া, ইয়াতেই বহি আছে। Cheer you Mr. Bhuyan···hep, hep······

জীৱৰাম—Shut up Nonsense, এইটো তোমাৰ palace নহয়। অৰূপৰ ঘৰ। কিছু চন্তালি।

মোলান—Excuse me Doctor.

( দুয়ো আগবাঢ়ি মঞ্চৰ মাজলৈ আহে। মোলান খগেনৰ ওচৰ চাপে। জীৱৰামে কেৰাহিকৈ উগ্ৰ দৃষ্টি খগেনৰ ওপৰত ৰাখি দূৰৈত থিয় দিয়েগৈ। )

মোলান—হেঃ হেঃ ভূঞা, ইয়ালৈ কি মনকৰি বা ? ইয়াত সঙ্গীতো নাই, সুন্দৰীও নাই, আৰু সুৰাও নাই। আছে সুৰাসুন্দৰী —হেঃ হেঃ হেঃ।

( কথাৰ লগে লগে মোলানে পেণ্টৰ পকেটৰ পৰা সৰু whisky-ৰ বটল এটা উলিয়াই খগেনৰ আগত দাঙি ধৰে। )

জীৱৰাম—Nonsense—

মোলান—Excuse me Doctor.

( জীৱৰামৰ ধমকত তৎক্ষণাৎ মোলানে বটলটো পকেটত ভৰায়। খগেন একে চাবে বহাৰপৰা উঠে। )



খগেন—এয়ে নেকি আপোনালোকৰ ভদ্ৰতাৰ পৰিচয়, Mr. Das? কিষণ, কিষণ—

( কিষণ সোমাই আহে )

কিষণ—জী!

খগেন—তোৰ বাবুক ক। মোৰ পলম হৈ গৈছে। মই যাওঁ।

কিষণ—আচ্ছা জী—

( কিষণ যায়। জীৱৰাম খগেনৰ পিনে অলপ আগুৱাই যায়। )

জীৱৰাম—সহজতে আপোনাক ইয়াৰপৰা যাবলৈ নিদিম Mr. ভূঞা।

খগেন—Doctor—

জীৱৰাম—হাঃ হাঃ হাঃ হাঃ—

( অৰূপে হাতত এটা সৰু casket লৈ জীৱৰামে হাঁহি থকাৰ মাজতেই সোমাই আহে। অৰূপক দেখি জীৱৰামে জোৰেৰে হাঁহি সামৰে। মোলান অৰূপৰ ভয়ত লৰ দি পলায়। )

অৰূপ—আপোনাক বহুপৰ ৰাখি থলোঁ। বেয়া নাপাব। এখন অতি সাধাৰণ ৰুমাল। ফিৰাই দিলোঁ। ভুল নুবুজিব, ৰেণুৱে মোক দিয়া নাছিল। ময়েই তেওঁৰ পৰা জোৰ কৰি লৈছিলোঁ—তেওঁৰ দিবলৈ ইচ্ছা নথকা সত্বেও। আশাকৰোঁ মোৰ হৈ আপুনি এইখিনি কৰিব। ভাল, আপুনি যাব।

( এখন চকীৰ হাতলত আধাবহা কৰি জীৱৰামে দৰ্শকৰ পিনে দৃষ্টি থিৰ ৰাখি অৰূপৰ কথাবোৰ শুনি শুনি বেজাৰত আৰু খগেনৰ ওপৰত আক্ৰোশত জ্বলিবলৈ ধৰে। অৰূপে কোনোমতে ঠোকাঠোকি মাতেৰে কথাখিনি শেষ কৰি তলমূৰাকৈ ওলাই যায়। এটা তাচ্ছিল্যৰ দৃষ্টি জীৱৰামলৈ হানি খগেন বুলনী চ'ৰাৰ মাজডোখৰ পাওঁতেই জীৱৰামে চিঞৰি উঠে— )

জীৰৰাম—খগেন ভূঞা !

( আৰু লগে লগে প্ৰায় জাপ মাৰি গৈয়েই ৰেলিঙৰ কাষত থিয়হৈ খগেনক আগভেটি ধৰে। )

খগেন—আপুনি মোক গাৰ জোৰেৰে ইয়াত ধৰি ৰাখিব নোৱাৰে, এই কথা মনত ৰাখিব Doctor.

জীৰৰাম—মন লৈ য'ত কথা, তাৰ গাৰ জোৰৰ সম্বন্ধ নুঠে ভূঞা।

খগেন—আপুনি কিহৰ কথা কব খুজিছে, মোক বুজাই কওক।

জীৰৰাম—মই কব খুজিছোঁ অৰূপৰ কথা, ৰেণুৰ কথা। সিহঁতৰ ভিতৰত আছিল সহজ সৰল সম্বন্ধ, সেই সম্বন্ধৰ মাজত আজি ঘূণে ধৰালে কোনে? আপুনি, আপুনি নহয় নে ভূঞা?

খগেন—এইবোৰ কথা শুনিবলৈ মই ভাল নাপাওঁ Mr. Barua.

জীৰৰাম—ভাল নেপালেও আপুনি শুনিব লাগিব ভূঞা। এখন হিয়াৰ কাৰণে আন এখন হিয়া চূৰমাৰ হবলৈ দিব আপুনি নোৱাৰিব ভূঞা—

খগেন—Mr. Barua, আনৰ ঘৰত আনৰ ওপৰত এইদৰে মোক বাধাদি ধৰি ৰখা আইনে যে নসহে সেই কথা আপুনি ভালদৰে জনা উচিত।

জীৰৰাম—কি জনা উচিত আৰু অনুচিত আপোনাৰপৰা তাক শিকাৰ প্ৰয়োজন নহব।

খগেন—বাট এৰক। মোক যাবলৈ দিয়ক Mr. Barua.

জীৰৰাম—যাব আপুনি নোৱাৰে ভূঞা, যাবলৈ আপোনাক মই নিদিওঁ।



( খঙৰ প্ৰকোপত জীৰৰামে খগেনৰ বুকুত থাপ মাৰি ধৰে আৰু গাৰ জোৰেৰে মঞ্চৰ মাজলৈ টানি আনি দুই হাতেৰে জোৰ কৰি ঠেলা মাৰি চোফাত বহুৱাই দিয়ে। )

জীৰৰাম—বহক—মই জানো ভূঞা, যে ৰেণুৰ হিয়াৰ দুৱাৰ আজি খোলা আপোনাৰ কাৰণেই। কিন্তু এদিন আছিল, যিদিনা অৰূপকেই ভাবিছিল ৰেণুৱে সকলোতকৈ নিজৰ নিচিনাকৈ।

খগেন—আজি যদি নাভাবে, তাৰ কাৰণে দায়ী মই নহয় মিঃ বৰুৱা।

জীৰৰাম—তেনেহলে দায়ী কোন?

খগেন—তাৰ উত্তৰ আপুনি ৰেণুক সুধিলেই ভালকৈ পাব।

জীৰৰাম—সুধিবলৈ মই কাকো নেযাওঁ মিঃ ভূঞা। মই জানো, আপুনি যিমান দায়ী, ৰেণু সিমান দায়ী নহয়। আপোনাৰ দুষ্ট প্ৰভাবেই অৰূপৰ প্ৰতি বিষাক্ত কৰি তুলিছে ৰেণুৰ মন।

খগেন—বৰুৱা, আপুনি drunk. মই আপোনাৰ লগত কথা কবলৈ ঘিণ কৰোঁ। মোক যাবলৈ দিয়ক।

জীৰৰাম—যাব আপুনি পাৰিব। কিন্তু তাৰ আগেয়ে প্ৰতিশ্ৰুতি দিয়ক যে এই ঠাই—এই college এৰি, ৰেণুৰ লগত সকলো সম্বন্ধ ছিঙি আপুনি আন ঠাইলৈ যাবগৈ।

খগেন—মোৰ ওপৰত আপুনি অত্যাচাৰ কৰিছে।

জীৰৰাম—হাঃ হাঃ হাঃ—অত্যাচাৰ?

( জীৰৰামে পেণ্টৰ পকেটৰপৰা হুইস্কীৰ বটলটো উলিয়াই কৰ্কটো খুলি বটলৰ মুখেৰেই কেইঢোকমান খায়। )

জীৰৰাম—জীৰৰাম যে অকল ডাক্তৰ জীৰৰামেই নহয়, তাৰ পৰিচয় আজি পাব ভূঞা।

( জীৱৰামে বটলৰ কৰ্কটো মাৰি বটলটো আগৰ সৰু টেবুল খনত থয়। তাৰ পিছত উগ্ৰমূৰ্ত্তিৰে এখোজ দুখোজকৈ খগেনৰ ওচৰ চাপে। )

জীৱৰাম—কওক এই ঠাই এৰি যাবনে নেযায় ?

খগেন—Mr. Barua, প্ৰাণৰ সম্বন্ধ আপুনি চকুৰ জুইৰে পুৰি ছাই কৰিব নোৱাৰে আৰু তেজৰ সোঁতো আপুনি বন্ধ কৰিব নোৱাৰে কথাৰ জোৰেৰে।

জীৱৰাম—মিঃ ভূঞা, প্ৰাণৰ সম্বন্ধ, তেজৰ সোঁত এইবোৰ কথা মই বুজি নেপাওঁ, মান অভিমান অনুভূতি এইবোৰৰ বিষয়ে মই উপলব্ধিও কম কৰোঁ। মই Doctor, চুৰি চলোৱাতো মই অভ্যস্ত। মই বুজো পোনপটীয়া কথা, সেয়ে পোনপটীয়াকৈ মই জানিব বিচাৰো, আপুনি এই ঠাই এৰি যাবনে নেযায় ?

খগেন—যদি মই নেযাওঁ, আপুনি জোৰ কৰি একো কৰিব নোৱাৰে।

জীৱৰাম—কেনেকৈ আপোনাৰ মুখেৰে সেই কথা উলিয়াব লাগে জানো মিঃ ভূঞা। এইয়া চাওক।

( জীৱৰামে থাপ মৰি খগেনক ধৰে আৰু গলৰ পৰা "টাই" দাল টানি দলিয়াই দিয়ে। )

খগেন—বৰুৱা, Doctor—

( খগেন খং আৰু অপমানত আত্মহাৰা হয়। কিন্তু জীৱৰামৰ মুঠিৰপৰা নিজক এৰুৱাব নোৱাৰে। )

জীৱৰাম—এয়া hat—

( খগেনৰ hatটোও জীৱৰামে দলিয়াই দিয়ে। )

খগেন—Doctor! এইটো অন্যায়, অবিচাৰ! মই পুলিচক মাতিম। পুলিচ—পুলিচ—



( জীৱৰামে খগেনৰ মুখত সোপাদি ধৰে )

জীৱৰাম—টেটু নাফালিব মিঃ ভূঞা, চুপ কৰক।

( খগেনক দুইহাতেৰে ধৰি জোকাৰিবলৈ ধৰে )

জীৱৰাম—কওক আপুনি যাবনে নেযায়। কওক—কওক—কওক।

( খগেনে ভয়ত একো মাতিব নোৱাৰা হয় )

জীৱৰাম—ভাবিছে মনে মনে থাকিলে আপুনি সাৰি যাব। কওক।

খগেন—আঃ—

জীৱৰাম—কওক মিঃ ভূঞা। কওক।

( জীৱৰামৰ শেষ কথাখিনিৰ লগে লগে অৰূপ পৰ্দ্দা দাঙি দুৱাৰত থিয় দিয়েহি আৰু জীৱৰামক তেনে অৱস্থাত দেখি চিঞৰি উঠে— )

অৰূপ—জীৱ—

( ভিতৰত স্ক্রেস মিউজীক বাজি উঠে। জীৱৰাম ক্ষান্ত হয় আৰু নিজৰ চুলিবোৰেই আজুৰি বাকুহি মূৰটো দুই বাহুৰ মাজত লুকুৱাই বহি পৰে। খগেন দৌৰি অৰূপৰ কাষ পায়। অৰূপে খগেনক এখন হাতেৰে সাৱটি ধৰে আৰু তেওঁৰ বস্তবোৰ মজিয়াৰ পৰা তেওঁৰ হাতত তুলি দিয়ে। )

খগেন—বৰুৱা, ইয়াৰ বিচাৰ—

( অৰূপে মাত্ৰ কেইমুহূৰ্ত্তমান জীৱৰামলৈ চাই থকাৰ পিছত অতি ধৈৰ্য্যেৰে নিজক সংযত কৰি লয়। )

অৰূপ—মিঃ ভূঁঞা, মই বিশেষ লজ্জিত আৰু দুঃখিত। মই নিজে নিজৰ হৈ আৰু সকলোৰে হৈ ক্ষমা খুজিছোঁ। আশাকৰো ক্ষমা কৰিব পাৰিব। আপুনি আহক। মই আগবঢ়াই দিওঁ—

( খগেন যায়। অৰূপে ৰেলিঙৰ কাষলৈকে আগুৱাই দিয়ে আৰু তাৰেপৰাই ঘূৰি অপলক দৃষ্টি জীৱৰামৰ ওপৰত ৰাখি এখোজ দুখোজকৈ জীৱৰামৰ কাষ পায়হি। জীৱৰাম আগৰ অৱস্থাত একে-দৰেই থাকে। )

অৰূপ—জীৱ, এতিয়া মই তোমাক একো নকওঁ। কাৰণ তুমি এতিয়া মানুহৰ শাৰীত নাই। মদে তোমাক একেবাৰে তললৈ নমাইছে। তুমি ইয়াৰপৰা যোৱা—উঠা।

( জীৱৰাম লাহে লাহে চোফাৰপৰা উঠে আৰু ধীৰে ধীৰে গৈ ৰেলিঙৰ কাষেদি বাহিৰলৈ যাব খোজোঁতেই অৰূপে যি ঠাইত আছিল তাৰেপৰাই মাত দিয়ে। )

অৰূপ—জীৱ, তোমাক মই শোৱা কোঠালীলৈহে যাব কৈছোঁ। এইফালে, অলপ জিৰণি লোৱাগৈ। ভাল পাবা। ৰ'লা কিয়? ঘূৰি আহা।

( জীৱৰাম ঘূৰে আৰু ওলোটাফালে ভিতৰলৈ যায় )

অৰূপ—কিষণ!

কিষণ—জী।

অৰূপ—ডাক্তৰ বাবুকো মেৰা কামৰা মে লে যাও। থোৰা আৰাম কৰেঙ্গে।

কীষণ—জী।

( কিষণ যায়। অৰূপে কিছুসময় ইফাল সিফাল কৰাৰ পিছত নিজে নিজেই কবলৈ ধৰে )

অৰূপ—তোমাৰ অন্তৰৰ কথা মই বুজোঁ জীৱ। তোমাৰ প্ৰাণে কান্দে মোৰ প্ৰাণৰ বেদনাৰ কাৰণেই। কিন্তু সেইবুলি



মোৰ কাৰণে, নোপোৱা মৰম, নিদিয়া হিয়া, জোৰ কৰিতো আদায় কৰিব নোৱাৰা তুমি। মনে প্ৰাণে যদি মোক বিচাৰিলেহেঁতেন, মোৰ দোষে গুণেই মোক তেওঁৰ নিজৰ কৰি ললেহেঁতেন। এটা বাট উলিয়ালে, তোমাক এৰিব লাগে মই। তোমাৰ দোষ, তুমি মদ খোৱা, মই নেৰিলো। তাৰে অজুহাত লৈ কিমান ডাঙৰ কথা কৈ সেইদিনা মোক ঘৰৰপৰা উলিৱাই পঠালে। ইমানৰ পিছতো—ইমানৰ পিছতো তুমি ভাবিব পাৰা জীৱ, ৰেণু—আকৌ—আগৰ ৰেণুক মই ফিৰাই পা—ম—

( আবেগত অৰূপৰ দুগালেদি দুটোপাল চকুলো নিজৰি পৰে। লগে লগে ৰেলিঙৰ কাষৰ বাটেদি লতিকা সোমাই আহে আৰু অৰূপক মাতে। আত্মহাৰা অৰূপে কিন্তু একো কবই নোৱাৰে )

লতিকা—অৰূপ ককাইদেও—অৰূপ ককাইদেউ—বাৰে! অৰূপ ককাইদেউ—অৰূপ ককাইদেউ—

( লতিকাৰ মাতত অৰূপে স্বাভাবিক অৱস্থা ফিৰাই পায় )

অৰূপ—হুঁ—অ' তুমি লতিকা, বহা।

লতিকা—বহিম বাৰু। কিন্তু আপুনি মই অহাতো কব নোৱাৰে। আনকি প্ৰথমতে মতাও কব নোৱাৰিছিল। কি বাৰু ভাবি আছিল ইমান?

অৰূপ—নাই, একো ভবা নাই লতিকা। তুমি বহা।

লতিকা—নহয়, আগেয়ে আপুনি কওক কি ভাবিছিল।

অৰূপ—আমনি নকৰিবা। বহা।

( লতিকা বহিব খোজোঁতেই অৰূপে মাত দিয়ে )

অৰূপ—নহয়, মোৰ ওচৰলৈ আহা।

লতিকা—আহিছোঁ। কওক এতিয়া।

( লতিকা অৰূপৰ একেবাৰে বুকুৰ ওচৰ পায়হি )

অৰূপ—ইমান ওচৰলৈ আহিছা কেলেই ?

লতিকা—আপুনিয়েই দেখোন মাতিছে।

অৰূপ—অ, সেই কাৰণেই।

লতিকা—অৰূপ ককাইদেউ !

অৰূপ—ইমান কোমলকৈ মাতিছা কেলেই ? চকুযোৰ তোমাৰ কিহৰ আৱেশত ইমান ভৰি উঠিছে ?

লতিকা—উঃ অৰূপ ককাইদেউ !

অৰূপ—চুপ কৰা লতিকা। যোৱা, সৌ চকীত বহাগৈ। ঠিক্ এনেকৈয়ে তোমালোকে তোমালোকৰ কোমলতাৰে পুৰুষৰ মন প্ৰথমতে আকৰ্ষণ কৰি লোৱা আৰু তাৰ পিছ মুহূৰ্ত্ততে ফেঁটী সাপৰ ফণা তুলি দংশিবলৈ পিছ নোহোঁহকা।

( লতিকা অৰূপৰ ওচৰৰপৰা কিছু আঁতৰি যায় ; কিন্তু নবহে )

লতিকা—অৰূপ ককাইদেউ, আপুনি এনেবোৰ কথা কৈ মোক কিয় দুখ দিছে ?

অৰূপ—তুমি দুখ নকৰিবা লতিকা। মই ঠিক তোমাক উদ্দেশ্য কৰি একো কোৱা নাই।

লতিকা—তেনেহলে কাক কৈছে ?

অৰূপ—ব্যগ্ৰ নহবা। তুমি সুধিছিলা মই কি ভাবিছিলোঁ। তাৰ উত্তৰ কিছু পাইছা নিশ্চয় লতিকা ?



লতিকা—মই একো বুজি পোৱা নাই অৰূপ ককাইদেউ।

( অৰূপে একো নকৈ লতিকালৈ চাই থকাৰ কাৰণে লতিকাই অৰূপক মাত দিয়ে )

লতিকা—অৰূপ ককাইদেউ !

( অৰূপ আৰু লতিকাৰ কথাৰ মাজতে পিছফালৰ খিৰিকীৰ পৰ্দ্দা দাঙি জীৱৰামে লতিকালৈ চায়। অৰূপ বা লতিকা কোনোজনেই কিন্তু জীৱৰামক নেদেখে। কিছু সময় যোৱাৰ পিছত জীৱৰাম খিৰিকীৰ কাষৰপৰা নোহোৱা হয়। )

অৰূপ—লতিকা, সন্ধিয়া হল। ঘৰলৈ যোৱা।

লতিকা—যাওঁ। কিন্তু অৰূপ ককাইদেউ—

অৰূপ—কোৱা লতিকা।

লতিকা—কিযে বুজিব নোৱাৰা আপুনি। যাওঁ—

( অৰূপে পাতলকৈ এটি কাঠহাঁহি মাৰে )

অৰূপ—হাঃ হাঃ হাঃ—যোৱা।

( লতিকাই মন মাৰি লাহে লাহে অহা বাটেদিয়েই ওলাই যায়গৈ। অৰূপে লতিকা যোৱাৰ পিনৰপৰা চকু ঘুৰাই আকৌ নিজে নিজেই কবলৈ ধৰে— )

অৰূপ—বুজিব নোৱাৰা ! সঁচাকৈয়ে, তোমালোকৰ দৰে ছোৱালীয়ে আমাৰ দৰে লৰাক বুজিব নোৱাৰিবা লতিকা। তোমালোকে বুজিবা সেইবিলাকক, যিবিলাকে তোমালোকক অনবৰত কৰে কেৱল তোযামোদ, কৰে তোমালোকৰ গুণ কীৰ্ত্তন।

( অৰূপ ভাৱৰ আবেগত কিছু সময় টলকা মৰাৰ পিছত অলপ মোটা স্বৰেৰে মাত দিয়ে )

অৰূপ—কিষণ !

( কিষণ সোমাই আহে )

কিষণ—জী !

অৰূপ—লড়কী চলী গয়ী ?

কিষণ—হাঁ জী। লেকিন—

( কিষণৰ কথা বৈ যায় )

অৰূপ—লেকিন ক্যা ?

কিষণ—উনকে আখোসে আসুঁ বহ্ ৰহে হ্যায় বাবুজী।

অৰূপ—আঁসু বহ্ ৰহা হ্যায় ?

কিষণ—বাবুজী—

অৰূপ—তুম বাহৰ যাও।

কিষণ—আচ্ছা জী—যা ৰহা হুঁ।

( কিষণ লাহে লাহে ওলাই যায়। অৰূপ মঞ্চৰ সমুখলৈ কেই-খোজমান আগবাঢ়ি আকৌ নিজে নিজেই কবলৈ ধৰে— )

অৰূপ—লতিকাই কান্দি গৈছে। হয়তো মোৰ বুজিব নোৱাৰা কথাতেই কান্দিছে। আজি কান্দিছে। এদিন হয়তো এই লতিকাই মোক হাঁহিব, মোক বিদ্রূপ কৰিব। ৰেণু—ৰেণুৱেও ঠিক এনেকৈয়ে এদিন কান্দিছিল। কিন্তু আজি—

( অৰূপৰ শেষ কথাখিনিৰ লগে লগে জীৱৰাম সোমাই আহে আৰু মাত দিয়ে— )

জীৱৰাম—অৰূপ !

অৰূপ—জীৱ, আহা, বহা।



জীৱৰাম—ভয় নাই অৰূপ। মই এতিয়া সম্পূৰ্ণ সুস্থ। তুমি আৰু ভয় কৰিব নেলাগে ; কাৰো কাৰণেই মই কাৰো ওপৰত অত্যাচাৰ, অবিচাৰ কৰিবলৈ নেযাওঁ। বিশেষকৈ তোমাৰ কাৰণে। মই গলোঁগৈহেঁতেন। কিন্তু আহিছোঁ নিজৰ কথা এযাৰকে তোমাক শেষবাৰ কবলৈকে, যি কথা তোমাক বহুবাৰ কৈছোঁ।

অৰূপ—তুমি কি কব খুজিছা বুজাই কোৱা।

জীৱৰাম—মই কব খুজিছোঁ অৰূপ, যে তোমাৰ প্ৰাণে কান্দি মৰিলেও তুমি তোমাৰ সেই প্ৰাণটোক কন্দুৱাইহে ভাল পোৱা। কিন্তু—

অৰূপ—কিন্তু কি জীৱ ?

জীৱৰাম—কিন্তু, তুমি হয়তো সাধাৰণ মানুহৰ বহুতো ওপৰত। দুখ, বেদনা, আঘাত, এই বিলাকে হয়তো তোমাৰ বিৰাট মানৱত্বৰ ভিতৰখন অলপো চঞ্চল কৰি তুলিব নোৱাৰে। সেইবুলি সকলোৱেই তোমাৰ দৰে নহয়।

অৰূপ—তাৰ মানে ?

জীৱৰাম—তাৰ মানে তুমি আৰু মই একে ধাতুৰে গঢ়া মানুহ। য'ত তুমি ত্যাগ কৰিব পাৰা হাঁহিমুখে, মই তাত বিচাৰোঁ মোৰ সম্পূৰ্ণ অধিকাৰ।

অৰূপ—খুলি কোৱা জীৱ।

জীৱৰাম—মই তোমাৰ দৰে ভাবপ্ৰৱণতাৰ মানুহ নহয়। মই জানো বাস্তৱ। মই যি বিচাৰোঁ, মই তাক পাব লাগিব। মই ডাক্তৰ, তোমাৰ দৰে শিল্পী-প্ৰাণৰ মানুহ মই নহয়........।

( জীৱৰামৰ কথাত অৰূপ অলপ আচৰিত হয় আৰু অলপ সময় ভাবি লোৱাৰ পিছত জীৱৰামৰ ওচৰ চাপি কয়— )

অৰূপ—জীৱ ! মই তোমাৰ অৰূপ । যি কোৱা, সহজ আৰু সৰল ভাষাত কৰা ।

জীৱৰাম—অৰূপ, মই আচৰিত হৈছোঁ যে তুমি মোৰ কথা এতিয়াও বুজি পোৱা নাই ।

অৰূপ—পাবলৈ চেষ্টা কৰিছোঁ জীৱ । হয়তো কিছু পাইছোঁ, তথাপিও আৰু খুলি কোৱা ।

জীৱৰাম—অৰূপ, লতিকা ইয়ালৈ আহিছিল—মই যোৱা দেখিলোঁ।

অৰূপ—আহিছিল ।

জীৱৰাম—মোক নেমাতিলা কিয় ?

অৰূপ—তোমাক মতাৰ প্ৰয়োজন নাছিল ।

জীৱৰাম—অৰূপ, তুমি এই কথা কৈছা ? তুমি জানা, তোমাক মই কিমান দিন কৈছোঁ যে লতিকাক মোৰ কিমান প্ৰয়োজন ।

অৰূপ—জীৱ, মই জানো লতিকাই তোমাক শ্ৰদ্ধা কৰে ।

( জীৱৰাম অৰূপৰ ওচৰ চাপে আৰু আবেগেৰে কয়— )

জীৱৰাম—কেৱল শ্ৰদ্ধাই মই নিবিচাৰোঁ অৰূপ । তাতোকৈ বেছি বিচাৰোঁ ।

অৰূপ—হয়তো তুমি বেছি বিচাৰা, কিন্তু লতিকাই তোমাক বিচাৰেনে নিবিচাৰে সেই কথা মই নেজানো ।

জীৱৰাম—তুমি মোক সহায় কৰা অৰূপ । তুমি জানা লতিকা মোৰ কিমান আপোন । লতিকাক মোৰ কৰি দিয়া আৰু



মোকো তোমাৰ কাৰণে কৰিবলৈ দিয়া । নিজৰ বেদনাৰে মই উপলব্ধি কৰোঁ তোমাৰো বেদনা । তুমি এনেকৈ থাকিব নোৱাৰা অৰূপ । ৰেণু তোমাৰ ওচৰলৈ আহিবই লাগিব । মই আনিম, মই……… ।

( ৰেণুৰ নামত অৰূপ চঞ্চল হৈ উঠে । হিয়াৰ তলিত লুকাই থকা তেওঁৰ অভিমান গুমৰি উঠে । জীৱৰামৰ কথাৰ ওপৰতেই মাত দি তেওঁক ক্ষান্ত কৰে )

অৰূপ—কথা নকবা জীৱ । মনে মনে থাকা । ৰেণুৰ কথা মোক নকবা ।

(অৰূপ অলপ ৰয় আৰু অন্তৰৰ আবেগ শাম কটাই লৈ আকৌ কয়—)

অৰূপ—আৰু লতিকাৰ কাৰণেও মোক নধৰিবা । তোমাক বহুত দিন কৈছোঁ তোমাৰ লগত তাই খাপ নেখায় । তুমি মদ খোৱা সকলোৱে জানে । জানি শুনি মই কোন মুখেৰে তেওঁৰ ওচৰত তোমাৰ কথা উচ্চাৰণ কৰো ? মই নোৱাৰিম জীৱ, মই নোৱাৰিম ।

( অৰূপৰ কথাত জীৱৰামে আঘাত পায় । মাত্ৰ কেইমুহূৰ্ত্তমান অৰূপলৈ চাই থাকি দৰ্শকলৈ দৃষ্টি ঘূৰাই এটা বেলেগ মূৰ্ত্তি ধাৰণ কৰি অৰূপক কবলৈ আৰম্ভ কৰে )

জীৱৰাম—বুজিছোঁ অৰূপ । তুমি বেয়া পালেও মই নকৈ নোৱাৰিলোঁ । তোমাৰ নিজৰ দৃষ্টিত আজি সকলো অন্ধকাৰ, প্ৰাণত তোমাৰ মাথো কেৱল হাঁহাকাৰ, হিয়া আজি ভাগি চূৰমাৰ । সেয়ে আজি আনৰো মাজত তুমি দেখিবলৈ বিচাৰা

সেই একেই অন্ধকাৰ, সেই হিয়াভগা হাঁহাকাৰ। তুমি—তুমি—বিচাৰা…………

( অৰূপ চঞ্চল হৈ উঠে। জীৱৰামৰ কথাৰ ওপৰতে আবেগেৰে মাত দিয়ে)

অৰূপ—জীৱ—

( জীৱৰামে এইবাৰ অৰূপলৈ ঘূৰি একেবাৰে সমুখাসমুখিকৈয়ে কবলৈ ধৰে— )

জীৱৰাম—তুমি বিচাৰা, মই, ময়ো মৰো তোমাৰ দৰে তিল-তিলকৈ পুৰি। তুমি বিচাৰা, মোৰ জীৱনটোও দেই পুৰি ছাই হৈ যাওক ব্যৰ্থতাৰ হা-হুমুনিয়াৰে। তুমি বিচাৰা, সকলো যেন অসুখী হয় তোমাৰ দৰে। নহলে, নহলে………………

( অৰূপ আৰু থাকিব নোৱাৰে। মুহূৰ্ত্তে এখন হাতেৰে জীৱৰামৰ হাতত ধৰি আনখন হাতেৰে জীৱৰামৰ মুখত সোপা দি নিজে ঘনাই উশাহ টানি ফোপাবলৈ ধৰে। তাৰ পিছত লাহে লাহে স্পষ্টকৈ কবলৈ ধৰে— )

অৰূপ—জীৱ, জীৱ—আৰু নকবা জীৱ। হাত যোৰ কৰিছোঁ। হাত যোৰ কৰিছোঁ। সকলোৰে মোক এৰিছে, গৰিহণা দিছে, ৰেণুৱে পাহৰিছে। তুমি, তুমিও সেই একে ভুলকে নকৰিবা জীৱ, নকৰিবা জীৱ, মই তোমাৰ কাৰণে সকলো কৰিম। লতিকাক তুমি ভালপোৱা। লতিকাক তুমি পোৱাৰ কাৰণে সকলো কৰিম। কিন্তু ছুটা চৰ্ত্তত।

( অৰূপৰ কথাত জীৱৰামে আচৰিত হোৱা ধৰণেৰে কয়— )

জীৱৰাম—অৰূপ—



( অৰূপ জীৱৰামৰ ওচৰৰপৰা আঁতৰি যায় আৰু গদগদ্ স্বৰেৰে কয় )

অৰূপ—হুঁ—প্ৰথম চৰ্ত্ত, তুমি সুৰা পান চিৰদিনৰ কাৰণে ত্যাগ কৰিব লাগিব। কোৱা—কৰিবা ?

( সুৰা ত্যাগৰ কথাত জীৱৰাম বিমোৰত পৰে। মনত দ্বন্দ্বই দেখা দিয়ে। জীৱৰাম অস্থিৰ হয়। এফালে লতিকা। আনফালে সুৰা। ইফালে সিফালে চঞ্চলতাৰে অহা-যোৱা কৰিবলৈ ধৰে। তাৰ পিছত এবাৰ হঠাত সমুখৰ Tepoy খনৰপৰা Whyskyৰ বটলটো এহাতেৰে মুখৰ আগত দাঙি ধৰে। বটলৰ সুৰালৈ জীৱৰামে চকু ক্ৰমান্বয়ে ডাঙৰ কৰি চাবলৈ ধৰে আৰু লগে লগে ফোপাবলৈ ধৰে। তাৰ পিছত তৎক্ষণাত বটলটো Tepoy খনত দলি মাৰি পেলাই থৈ দৌৰ মাৰি অৰূপৰ হাতত সাবটি ধৰি একে উশাহতে কৈ পেলায় )

জীৱৰাম—ত্যাগ কৰিম অৰূপ—ত্যাগ কৰিম—

অৰূপ—দ্বিতীয় চৰ্ত্ত শুনা।

( অৰূপে নিজক সংযত কৰি লৈ, বাধা নমনা চকুলোৰ বান মনৰ জোৰেৰে কোনোমতে ভেটা দি কবলৈ ধৰে— )

অৰূপ—তুমি মোৰ বিষয়ে কোনো কথা কোনো দিন কেতিয়াও ৰেণুক বা ৰেণুৰ সম্পৰ্কীয় আন কাকো কব নোৱাৰিবা।

( জীৱৰামে অৰূপৰ হাত দুখন জোৰ কৰি ধৰি প্ৰায় কন্দাৰ সুৰতেই চিঞৰি উঠিল )

জীৱৰাম—অৰূপ—অৰূপ—

অৰূপ—কথা দিয়া জীৱ।

( জীৱৰাম এইবাৰ আৰু ৰব নোৱাৰিলে। অৰূপৰ ভৰিত পৰি প্ৰায় কান্দিয়েই পেলালে )

জীৰৰাম—কথা দিছোঁ অৰূপ। কিন্তু মোক ক্ষমা কৰা ভাই। তোৰ ভৰিত ধৰিছোঁ।

(অৰূপৰো চকুলো বৰলৈ ধৰিলে। জীৰৰামক দুই হাতেৰে তুলি লৈ কয়—)

অৰূপ—ভৰিত নহয় ভাই। মোৰ বুকুলৈ আহা। মোৰ বুকুত কাণ দি শুনা—উপলব্ধি কৰা, তহঁত মোৰ কিমান আপোন, কিমান আপোন..............

(কথাৰ লগে লগে জীৰৰামক বুকুলৈ টানি সাবটি লয়। জীৰৰামেও অৰূপক অতি মৰেমেৰে সাবটি লৈ অস্ফুট সুৰেৰে অৰূপৰ নাম লৈ অৰূপক উপলব্ধি কৰে আৰু হুকহুকাই কান্দিবলৈ ধৰে)

জীৰৰাম—অৰূপ—অৰূপ—

লগে লগে আগত

আঁৰকাপোৰ

## তৃতীয় দৃশ্য

[জীতেন ফুকনৰ ঘৰৰ বৈঠকখানা। কোঠাটোৰ দুয়ো কাষ খোলা। পিছফালৰ বেৰৰ সোঁ-মাজ ডোখৰতে দুৱাৰখন। দুৱাৰৰ দুকাষে দুয়োফালে খিৰিকী। বেৰৰ ৰং বগা। দুৱাৰ আৰু খিৰিকীৰ পৰ্দ্দাবোৰৰ ৰঙো বগা। একাষে এখন সৰু table ৰ ওপৰত এটা Radio. Radio টোৰ ওপৰত দুটা ফুলদানী। আন এটা কাষত টেলিফোনৰ 'ৰীচিভাৰ'। কোঠাটোৰ সমুখফালৰ এটা কাষত সকলো ধৰণৰ কিতাপৰে সৈতে এটা 'বুক-চেলফ'। মজিয়াৰ মাজ ডোখৰ কাৰ্পেট পৰা। তাৰ ওপৰতে চকী চোফা আদি সকলো পৰা থাকে। চকী চোফাবোৰৰ মাজতে বগা table cloth ৰে ঢকা এখন সৰু চাপৰ table. ওচৰাওচৰিকৈ দুই চাৰিখন tepoy. এখনত চিগাৰেটৰ ছাই পেলোৱা 'এছট্রে'। এখনৰ ওপৰত এখন চলিথকা table fan (শীতৰ দিনৰ অভিনয় হলে fan খনৰ প্ৰয়োজন নাই), এখনৰ ওপৰত ফুকনৰ গুৰগুৰী হোকা। আকৌ আন এখনত হয়তো দুই চাৰিখন কিতাপ এনেয়ে পৰি থাকে।

আঁৰকাপোৰ উঠাৰ লগে লগে Radio টোৰ পৰা ছেতাৰৰ এটা জলদ সুৰ বাজি থকা শুনা যায়। মাজ ডোখৰত দুয়ো দুখন চোফাত বহি জীতেন ফুকন আৰু যামিনী কাকতীক বৰ মনোযোগেৰে ডাবা খেলত ব্যস্ত থকা দেখা যায়। ফুকনে মাজে মাজে নলীডালত হোপা দি হোকাৰ ধোঁৱা উলিয়াই থাকে। দুয়োৰে খেলৰ মাজেদি এনে এটা ভাব প্ৰকাশ হোৱা উচিৎ হব যেন তেওঁলোকে বহুত আগৰেপৰাই খেলি আছিল আৰু যামিনীয়ে দুটা খেলত হৰাৰ পিছত এই তৃতীয় খেলটোত জিকিবলৈ আপ্ৰাণ চেষ্টা কৰিছে। ছেতাৰৰ সুৰৰ মাজতেই প্ৰায় তিনি মিনিটমান খেল চলি থকাৰ পিছত যামিনীয়ে এই তৃতীয় খেলটোতো হাৰে আৰু বহাৰপৰা একেকোবেই উঠি ফুকনক কবলৈ ধৰে ]

যামিনী—মই আৰু নেখেলোঁহে ফুকন।

জীতেন—এই আৰম্ভ কৰিলোঁহে মাত্র, তুমি দেখোন উঠিলাই।

( কথাৰ লগে লগে ফুকনে উঠি Radio ৰ switch টো বন্ধ কৰি দিয়ে। ছেতাৰ নবজা হয় )

যামিনী—আৰম্ভ কৰোঁতেই যেতিয়া তিনিটা খেলতে তুমিয়েই জিকিলা, মোৰ আৰু আজি উদ্ধাৰ নাই। মই নেখেলোঁ দিয়া।

জীতেন—তিনি বাৰেই নিবাৰ হে যামিনী। এই বাৰৰপৰা তুমি নিশ্চয় জিকিবা। আহা, ধৰা।

যামিনী—বাপৰে বাপ, তোমাৰ লগত আৰু নবহোঁ দিয়া।

জীতেন—যামিনী, তোমাক দেখিছোঁ এই খেল-ধেমালিৰ কাৰণে একেবাৰে অচল। খেলততো হৰা জিকা থাকিবই।

যামিনী—বুজিছা ফুকন, কিয় কব নোৱাৰোঁ হাৰিলে মোৰ বৰ দুখ লাগেহে।

জীতেন—দুখ লাগে ?

যামিনী—তোমাক খুলি কওঁ দিয়াচোন আৰু, মোৰ ইমান দুখ লাগে, মোৰ কান্দি পেলাবৰ ইচ্ছা যায়হে।

জীতেন—হাঃ হাঃ হাঃ।

( ফুকনৰ হাঁহিৰ মাজতেই পিছফালৰ দুৱাৰেদি লতিকাই হাতত এখন Assam Tribune লৈ বেগেৰে "দেউতা দেউতা" বুলি সোমাই আহি একেবাৰে ফুকনৰ কাষ পায়হি )

লতিকা—দেউতা, দেউতা !

জীতেন—আজিৰ paper নেকি লতি ?



লতিকা—হয় দেউতা, এইয়া চাওক ১০ বজাৰপৰা Auction House ত auction আছে। বলক দেউতা, আজি বহুতো বস্তু কিনিম।

( ফুকনে লতিৰ হাতৰপৰা কাগজখন লৈ Advertisment টোৰ ওপৰত চকু ফুৰাই কাগজখন ডাবাখনৰ ওপৰতে পেলাই থৈ লতিক কয়—)

জীতেন—আজি থাওক দে লতি। খেলখন এৰিবৰ ইচ্ছা যোৱা নাই।

লতিকা—ওঁ—যাব লাগিব দেউতা।

যামিনী—হওক দিয়া ফুকন, ষোৱা, তাই যাবলৈ খুজিছে যেতিয়া আৰু খেলিবা কাৰ লগত ? মইতো নেখেলোঁ। যা আই, তই ওলাগৈ।

( কথাৰ লগে লগে কাকতীৰ দৃষ্টি কাগজখনৰ ওপৰলৈ যায় আৰু একান্তমনে কাগজখন চাবলৈ ধৰে। লতিকাই হাতঘৰীটো এবাৰ চাই লৈ দেউতাকক কয় )

লতিকা—৯ বাজিলেই। মই ওলাওঁগৈ দেউতা।

জীতেন—ৰচোন ৰ। বহুতো সময় আছে এতিয়া।

লতিকা—নহয় দেউতা, অলপ আগেয়ে যাওঁ। বাহিৰে বাহিৰে ৰেণুকো লগত লৈ যামগৈ।

( প্রায় দৌৰিয়েই লতিকাই অহা দুৱাৰেদি ওলাই যায়গৈ )

জীতেন—উপায় নাই আৰু এই ছোৱালীজনীৰ লগত। পইচা খৰচ নকৰোঁ বুলিলেও এইৰ লগত খৰচ কৰিবই লাগিব।

স্নুঘূৰোঁ বুলি ভাবিলেও এইৰ লগত তাকুৰী ঘূৰাদি ঘূৰিবই লাগিব। বুজিছা যামিনী—

যামিনী—ৰবা ৰবা ৰবা, হেৰা ফুকন চোৱাচোন, দিওঁ নেকিহে এখন application.

(কাকতীৰ কথাত ফুকনে কাগজৰ advertisementটো লৈ চাই হাঁহি মাৰি কয়)

জীতেন—হেৰা, এইয়া দেখোন—Bridegroom wanted.

যামিনী—এৰা হে দিওঁ দিয়া, কিজানি এইখন খেলত জিকিয়েই যাওঁ। জানাই দেখোন তুমি, মোৰ ঘৰ একেবাৰেই নচলে।

জীতেন—তুমি বলিয়া হলা নেকিহে যামিনী। তোমাকনো এই ৪৬।৪৭ বছৰীয়া আদহীয়াটোক কোনে ছোৱালী দিব।

যামিনী—লাহে লাহে কোৱাহে ফুকন। তোমাৰ জীয়েৰাই শুনি আকৌ উলিয়াই ফুৰিব। গোপনেহে কামটো কৰিব খুজিছোঁ। আৰু তোমাৰোযে কথা। মোৰনো কিহৰ বয়সটো হ'ল হে। লোকে যদি ৬০ বছৰ বয়সত তৃতীয় বাৰ দাৰ পৰিগ্ৰহ কৰিব পাৰে, মইনো মোৰ ৪৭ বছৰ বয়সত দ্বিতীয়বাৰ বিয়া কৰিব নোৱাৰিম হে!

জীতেন—হাঃ হাঃ হাঃ—

(ফুকনে ডাঙৰকৈ হাঁহিবলৈ ধৰে)

যামিনী—Look Phookan. Though I am fortyseven, still I don't feel a day over than thirty.

জীতেন—হাঃ হাঃ হাঃ—এইটো বায়ু তোমাৰ মূৰত কেতিয়াৰপৰা সোমালহে যামিনী—হাঃ হাঃ হাঃ·········



(ফুকনৈ কথাটো হাঁহি উৰাই দিয়াত কাকতীয়ে বৰ বেয়া পায়। ইপিনে 'ফোন'টো বাজি উঠাত হাঁহি হাঁহিয়েই ফুকন 'ফোন'ৰ ওচৰ পায় আৰু হাঁহি সামৰি 'ৰীচিভাৰ' দাঙি ধৰে)

জীতেন—Halloo, তুমি অৰূপ, কোৱা কি খবৰ! মই, মই ঘৰতে আছোঁ। তুমি আহিবা? এতিয়া? কি কথা? বাৰু—বাৰু অ' ৰবা! মই,—অলপ সময় ধৰি থাকা।

(হাতেৰে ফোনটো ঢাকি ধৰি ফুকনে লতিকাক মাত দিয়ে)

জীতেন—লতি—লতি!

(বাহিৰলৈ যোৱাৰ ধুনীয়া সাজ-পোছাক পিন্ধি হাতত Bag লৈ লতিকা সোমাই আহে)

লতিকা—মই ওলাইয়ে আহিছোঁ দেউতা।

জীতেন—লতি, অৰূপৰ ফোন। মোক লগ পাবলৈ এতিয়াই আহিব খুজিছে। কি কৰিবি, Auctionলৈ যাবিনে নেযাব?

(অৰূপ অহাৰ কথা শুনি আনন্দত লতিকাৰ চকু-ওঠে হাঁহিবলৈ ধৰে। দেউতাকৰ ওচৰত লুকাবলৈ মঞ্চৰ আগলৈ গুচি আহে। তাৰ পিচত লাহেকৈ মাত দিয়ে)

লতিকা—থাওক দেউতা, নেযাওঁ আজি।

(লতিকাই নেযাওঁ বোলাত আকৌ ফুকনৰ লগত খেলত বহিব লগাৰ ভয়ত কাকতীয়ে একেকোবেই যাব ওলায়)

যামিনী—ফুকন, তেন্তে মই যাওঁ দিয়া।

(ফুকনে ইঙ্গিতেৰে যামিনীক ৰখায় আৰু ফোনত কথা কবলৈ ধৰে। লতিকাই table, tepoyৰ ওপৰত পৰি থকা কিতাপ

আদি বস্তুবোৰ থানথিত লগায় আৰু ফুলদানি দুটা হাতত লৈ দেউতাকে কথা কৈ থকাৰ মাজতেই ওলায় যায় )

জীতেন—Halloo অৰূপ, তুমি আহা, মই আছোঁ ।

যামিন—মই যাওঁৰেই দিয়া ফুকন ।

জীতেন—ৰবা, বহা ।

যামিনী—নাই, আৰু নবহোঁ। তোমাৰ মানুহ আহিব আৰু মইও application খন দিয়াৰ দিহা কৰোঁগৈ । তাবোপৰি বহিলেও তুমি জানো শুদাই এৰিবা ! আকৌ খেলত বহুৱাবা ।

জীতেন—হাঃ হাঃ হাঃ—

যামিনী—তুমি হাঁহি থাকা ফুকন, মই আহিলোঁ ।

জীতেন—বাৰু আহা—হাঃ হাঃ হাঃ—

( কাকতী যায়গৈ। লগে লগে দুৱাৰেদি লতিকাই ফুলদানি দুটাত নতুন ফুলপাত সজাই দুখন ধুনীয়া বগা table cloth আৰু tepoy cloth লৈ সোমাই আহে। এখন tepoyত কাপোৰখন পাৰি ফুলদানি এটা থয়। ডাবাৰ সৰঞ্জামখিনি আঁতৰাই তাত কাপোৰখন সলাই পাৰি দি আনটো ফুলদানি থয়। ফুকনে মঞ্চৰ ইফালৰপৰা সিফাললৈ অহা-যোৱা কৰি উৎসুক দৃষ্টিৰে লতিকাৰ কামবোৰৰ মাজেৰে লতিকাক বুজিবলৈ চেষ্টা কৰে। লতিকাই ডাবা, আগৰ table cloth আদি এহাতত লৈ আন হাতেৰে দুৱাৰ খিৰিকীৰ পৰ্দ্দাবোৰ টানি ঠিক কৰি দি যাব ওলাওঁতেই ফুকনে মাত দিয়ে )

জীতেন—লতি, শুন ।

( লতিকা ৰয় আৰু তাৰেপৰাই ফুকনলৈ চায় )



জীতেন—অৰূপৰ হেনো কিবা বিশেষ কথা। মই একো তত ধৰিব পৰা নাই। তই কিবা বুজি পাৰনে ?

লতিকা—নেজানোঁ দেউতা ।

জীতেন—হোঁ—

( ফুকন চোফাত বহে আৰু মনে মনে কিবা ভাবে। লতিকাই ( ফুকনৰ ওচৰলৈ আহি কয় )

লতিকা—দেউতা, অৰূপ ককাইদেৱে প্ৰায়েই মোক খুওৱাৰ কথা কয়, আজি ভালকৈয়ে খুৱাব লাগিব ।

জীতেন—নিশ্চয়—নিশ্চয় ।

( লতিকা প্ৰায় গৈছিলগৈয়ে। ফুকনৰ মাতত আকৌ ফিৰি আহে )

জীতেন—লতি, বৰুৱাৰ ছোৱালী ৰেণু—

লতিকা—আমাৰ ৰেণুৰ কথা কৈছেনেকি দেউতা ?

জীতেন—এৰা, এই ৰেণুৰ বিয়াৰ কিবা ঠিক-ঠাক হলনে, তই জাননে ? বৰুৱাই মোক তাহানিয়ে কৈছিল, অৰূপ হেনো তেওঁৰ নিজৰ ঘৰৰ লৰাৰ নিচিনাই। পাৰিলে তেওঁৰ অৰূপৰ লগত এটা সম্বন্ধ ঘটোৱাৰহে ইচ্ছা ।

লতিকা—ক'ত, ৰেণুৰ লগত দেখো মোৰ ইমান ভাল। ৰেণুৰ পৰাতো মই জানিলোঁহেঁতেন। নহয় দেউতা, মই জনাত খগেন ভূঞাৰ লগতহে বোধকৰো ঠিক হব ।

জীতেন—খগেন ভূঞা ? কাৰ লৰা অ' ?

লতিকা—আমাৰ college ৰ ছাত্ৰ। Hostel ত থাকে। আমাতকৈ দুই ক্লাছ senior.

জীতেন—অ' হয় নেকি ? বাৰু তই যা। চাহ-তাহৰ যোগাৰ কৰগৈ।

( লতিকা যায়গৈ। ফুকনে বৰ গভীৰ ভাবেৰে কিবা ভাবিবলৈ ধৰে আৰু তাৰ পিছত নিজে নিজে কবলৈ ধৰে )

জীতেন—এৰা, তেনেহলে অৰূপকেই লতিকাৰ কাৰণে চেষ্টা কৰি চাওঁনেকি ? লৰাটোৰ স্বভাৱ-চৰিত্ৰও অতি নিৰ্ম্মল। অৱস্থাও ইমান ভাল। বিষয় সম্পত্তিয়েদিও তেনেই জয়জয় ময়ময়।

( শেষ কথাখিনিৰ লগে লগে একাষৰ খোলা বাটেদি অৰূপ সোমায়েই ফুকনক মাত দিয়ে— )

অৰূপ—দদাইদেউ !

জীতেন—অৰূপ ! তুমি আহিছাই। মই তোমাৰ কাৰণেই বৈ আছোঁ। কেৱল বৈ থকাই নহয়, তোমাৰ কথাকে ভাবিও আছিলোঁ—বহা, বহা। লতি—

( অৰূপ বহে। ফুকনে ডাঙৰকৈ লতিকাক মাত দিয়ে )

জীতেন—লতি !

অৰূপ—লতিকাক নেলাগে মাতিব দদাইদেউ। মোৰ আপোনাৰ লগতহে অলপ বিশেষ কথা আছে।

( লতিকা সোমাই আহে )

লতিকা—মোক মাতিছিল দেউতা ? অ' অৰূপ ককাইদেউ আহিছে ?

( অৰূপে এটা মিচিকিয়া হাঁহিৰে সৈতে লতিকালৈ চাই মাথোন )

জীতেন—লতি, চাহ হলনে ?

অৰূপ—মই এতিয়া খায়েই আহিছোঁ। নেলাগে লতিকা।



জীতেন—তেনেহলে cocco কে খোৱা।

অৰূপ—নেলাগে থাওক। আৰু cocco মই বিশেষ ভালো নেপাওঁ।

জীতেন—I see. কিন্তু লতিয়ে তুমি আহিবা বুলিয়েই অথনিৰেপৰা কিবাকিবি কৰিছে। যা লতি, চাহ cocco একো নেলাগে, Ovaltine কে দিবি। গাখীৰ বেছিকৈ দিবি।

অৰূপ—দদাইদেৰে দেখিছোঁ নুখুওৱাকৈ নেৰিব আজি।

লতিকা—মই হবলা এৰিম অৰূপ ককাইদেউ !

( কথাখিনি কৈয়েই লতিকা যায়গৈ )

জীতেন—এইয়া চোৱা। মোৰ আৰু লতিৰ, আমাৰ দুজনৰ আগ্ৰহ তুমি কেনেকৈ ঠেলিবা। বাৰু, শুনা, আমি যাবলৈ ওলোৱা মানুহ তুমি detain কৰিলা। তোমাকো আজি সোনকালে যাবলৈ নিদিম। তোমাকো যথেষ্ট detain কৰিম। মোৰ তোমাৰ লগত এটা বিশেষ কবলগীয়া কথা আছে।

অৰূপ—আপোনাৰ কথা মই নিশ্চয় শুনিম দদাইদেউ। কিন্তু আজি এটা বিশেষ কথাৰ কাৰণেহে আপোনাৰ ওচৰলৈ আহিলোঁ। আপুনি যদি কবলৈ অনুমতি—

জীতেন—নিশ্চয়, নিশ্চয়, মোৰ কথা বাৰু পিছতো হব। আগেয়ে তুমিয়েই কোৱা, কি সকামতনো আহিলা।

( অৰূপে অলপ সময় টলকা মৰাৰ পিছত নিজক ডাঠ কৰি কৈ কবলৈ ধৰে )

অৰূপ—দদাইদেউ !

জীতেন—কৈ যোৱা অৰূপ।

অৰূপ—জীৱনত আপোনাৰ ওচৰলৈ এই প্ৰথম আৰু এই শে
এটা ডাঙৰ বস্তু বিচাৰি আহিছোঁ।

জীতেন—ভূমিকা এৰা অৰূপ।

অৰূপ—ভূমিকা কৰা নাই দদাইদেউ।

জীতেন—পাতনিও নেলাগে মেলিব, কোৱা।

অৰূপ—দদাইদেউ, মই লতিকাৰ কথা কব খুজিছোঁ।

জীতেন—Thats very good, ময়োতো লতিকাৰ কথাকে
তোমাক কোৱাৰ কথা ভাবিছিলোঁ।

অৰূপ—হয় দদাইদেউ, লতিকাৰ বিয়াৰ কথা হয়তো আপুনি নিশ্চ
ভাবিছে। কাৰণ—

(ফুকনে লতিকাৰ বিয়াৰ কথাত অৰূপক একো কবলৈকে নিদিলে
অৰূপৰ মুখৰ কথা কাঢ়ি লৈ নিজেই কবলৈ ধৰে—)

জীতেন—কাৰণ, তোমাৰ নিচিনা উপযুক্ত পাত্ৰ পালে নিজৰ ছোৱা
লীৰ বিয়াৰ কথা কোনে নেভাবিব অৰূপ!

(অৰূপ বিমোৰত পৰে। ফুকনক বুজাবলৈ চেষ্টা কৰে)

অৰূপ—আপুনি অলপ ভুল ভাবিছে দদাইদেউ। মই কব খুজিছোঁ—

(আনন্দত ফুকনে বহাৰপৰা উঠে আৰু অৰূপৰ কথাৰ ওপৰতে
আকৌ কৈ উঠে)

জীতেন—বুজিছোঁ, তুমি কি কব খুজিছা। তুমি কবলৈ বিচাৰিছা যে
লতিয়ে আগেয়ে B. A.টো pass কৰি লওক। তাৰ পিছত—

(অৰূপে অস্বস্তি বোধ কৰে আৰু ফুকনৰ একেবাৰে কাষলৈ
আহি বুজাবলৈ চেষ্টা কৰে)



অৰূপ—নহয় দদাইদেউ, মোক কবলৈ দিয়ক—

জীতেন—আৰু নেলাগে অৰূপ। মই সকলো বুজিছোঁ।

জীতেন—beautiful তোমাৰ idea, beautiful! লতি, লতি!
ইমান দেৰি কৰিছ কিয়? আন, সোনকালে।

অৰূপ—দদাইদেউ, লতিকাৰ কাৰণে মই ঠিক মোৰ কথা কোৱা
নাই।

(ফুকন আচৰিত হৈ ৰৈ যায়। অলপ সময় উৎসুক দৃষ্টিৰে
অৰূপলৈ চাই মাত দিয়ে)

জীতেন—Then what do you mean?

(ফুকনৰ কথা শেষৰ লগে লগেই পিছফালৰ দুৱাৰ পাৰহৈ
লতিকাই চাহ-জলপানৰ ট্ৰে লৈ অলপ আহোতেঁই অৰূপৰ
মুখত তেওঁৰ বিয়াৰ বিষয়ৰ কথা শুনি ৰৈ যায়। ফুকন আৰু
অৰূপে তেওঁক নেদেখে)

অৰূপ—দদাইদেউ, মই লতিকাৰ বিয়াৰ কথা ভাবিছোঁ, অৱশ্যে
যদি এই বিষয়ে আপোনাৰ একো অমত নেথাকে—

জীতেন—তুমি কাৰ কথা কব খুজিছা অৰূপ—

(লতিকাই লাজুকীয়া চাৱনি অৰূপৰ পিনৰ পৰা আনপিনে
ঘূৰাই অৰূপৰ কথালৈ কাণ পাতি ৰয়।)

অৰূপ—মই লতিকাৰ বিয়াৰ কথা ভাবিছোঁ, মোৰ বন্ধু ডাঃ
জীৱৰামৰ লগত।

(অৰূপৰ শেষ কথাত লতিকাই নিজক হেৰুৱাই পেলায়। তেওঁৰ
হাতৰ বস্তুবোৰ মজিয়াত পৰি যায়। আৰু লগে লগেই ভিতৰত

'স্কে স্' মিউজীক বাজি উঠে। ফুকন, অৰূপ বেগ দি লতিকাৰ ওচৰ পায়হি। ভিতৰৰ পৰা ভাহি অহা বেহেলাৰ এটা করুণ সুৰে সময়ৰ পৰিস্থিতি করুণ কৰি তোলে )

জীতেন—লতি, কি হ'ল, পেলালি কেনেকৈ ?

( লতিকাই কঁপা আৰু আধাভগা মাতেৰে কোনোমতেহে কয়—)

লতিকা—পৰি গ'ল দেউতা !

জীতেন—হোঁ !

( ফুকন একেবাৰে গহীন হৈ পৰে আৰু তলমূৰাকৈ গুছি আহি এক মুহূৰ্ত্ত স্থিৰ হৈ ৰয়। তাৰ পিছত কিবা এটা যেন ঠিক বুজিব নোৱাৰি নিজে-নিজেই নিজৰ হাত দুখন মোহাৰিবলৈ ধৰে আৰু ইফালে সিফালে অহা যোৱা কৰিবলৈ ধৰে। আনপিনে পৰিযোৱা বস্তবোৰ অতাই লৈ লতিকা যাব খোজোঁতেই অৰূপে মাত দিয়ে—)

অৰূপ—লতিকা !

লতিকা—আপুনি বহক। মই নতুনকৈ আনোগৈ।

অৰূপ—থাওক লতিকা, মইতো নেখাওঁ বুলি আগেয়ে কৈছোঁ। তুমি বহা।

( ইফালে সিফালে অহা যোৱা কৰি থাকিয়েই ফুকনে গহীন আৰু ডাঙৰ মাতেৰে এটা এটাকৈ কবলৈ ধৰে )

জীতেন—অৰূপ, মই সকলো বুজিছোঁ। শুনা, এই বিষয়ে মোৰ মতামত লতিৰ মতামতৰেই অনুকূল হব। তাই এতিয়া ডাঙৰ ছোৱালী।



( লতিকা আকৌ যাবলৈ ওলাওঁতেই ফুকন য'তে আছিল তাতে ৰৈ তাৰেপৰাই ডাঙৰকৈ লতিকা আৰু অৰূপক কয় )

জীতেন—লতি, নেযাবি, শুন। অৰূপ ককাইদেৱেৰে কি কয় শুন। অৰূপ, এই বিষয়ে মই অলপ বৰুৱাৰ লগত পৰামৰ্শ কৰিবলৈ আহিলোঁ। তুমি বহা। পিছত লগ পাবা।

( ফুকনে ভাবি ভাবি লাহে লাহে ওলাই যায়। লতিকাও যাব খোজোঁতেই অৰূপে মাত দিয়ে। ভিতৰত বেহেলাৰ করুণ সুৰ বাজিয়েই থাকে )

অৰূপ—শুনা লতিকা।

( লতিকাই দৰ্শকলৈ পিঠি দি থকা অৱস্থাতেই ৰৈ যায়। অৰূপ লতিকাৰ ওচৰ চাপে )

অৰূপ—বহা লতিকা। থিয় হৈ থাকিলা যে ?

( লতিকা অৰূপৰ কাষৰপৰা আঁতৰি গৈ একাষৰ এখন tepoy ৰ ওপৰত 'ট্ৰে' খন থয়। লাহে লাহে মঞ্চৰ মাজলৈ আগুৱাই আহি এখন চকীত হাত দুখনেৰে দেহৰ ভৰটো ৰাখি স্বৰ আৰু চকুত হিয়াভৰা অভিমান লৈ লাহেকৈ কয় )

লতিকা—ধন্যবাদ, অৰূপ ককাইদেউ !

অৰূপ—এনেকৈ কৈছা কিয় লতিকা ?

লতিকা—ইয়াতোকৈ বেছি কোৱাৰ দৰ্কাৰ বা ভাষা পোৱা নাই কাৰণেহে কব পৰা নাই।

অৰূপ—কাৰণ ?

লতিকা—কাৰণ, আপুনি মোৰ কাৰণে ইমান ভাবিছে। মোৰ

ভৱিষ্যত ভালৰ কাৰণে আপুনি ইমান চিন্তিছে। কষ্ট কৰি দেউতাৰ ওচৰলৈ আহিছে!

অৰূপ—লতিকা, মোক ভুল নুবুজিবা লতিকা।

লতিকা—নুবুজোঁ, নিশ্চয় নুবুজোঁ।

(কথাৰ মাজত লতিকাই হুমুনিয়া কাঢ়ে। অৱসাদত লাহে লাহে চোফাত বহি পৰি এক মুহূৰ্ত্ত টলকা মাৰি থাকি তাৰ পিছতেই নিজক ডাঠ কৰি লৈ কবলৈ ধৰে)

লতিকা—এতিয়া কওক অৰূপ ককাইদেউ, মই কি কৰিব লাগিব আপোনাৰ কাৰণে?

অৰূপ—লতি, এটা মানুহৰ, মোৰ এজন অতি আপোন মানুহৰ জীৱনৰ গতি তুমি সলাই দিব পাৰা লতি—

লতিকা—বুজিছোঁ। কিন্তু অৰূপ ককাইদেউ, সুধিব পাৰোঁনে, আপোনাৰ জীৱনৰ গতি কোনে সলাই দিব?

অৰূপ—তেনে কথা নকবা লতিকা। মোৰ জীৱনৰ গতিয়েই হয়তো বন্ধ হৈ যাব। সলাব আৰু কোনে? কোনো নাই লতিকা।

লতিকা—মইতো আছোঁ অৰূপ ককাইদেউ।

অৰূপ—নিশ্চয় আছা। তুমি আছা, জীৱ আছে। তোমালোকেই মোৰ ভাই-ভনী। তোমালোকক মই ভাল পাওঁ। সেয়ে লতিকা, জীৱক মই তুলি দিব খুজিছোঁ তোমাৰ হাতত। তাক মই মানুহ কৰি গঢ়ি তুলিছোঁ। তুমি তাক দেৱতা কৰি তোলা। তুমি পাৰিবা লতিকা। সি নিজতকৈও তোমাক ভাল পায় বেছি।



লতিকা—অৰূপ ককাইদেউ, আপোনাৰ কাৰণেও মোক ভাবিবলৈ দিয়ক। কওক আপোনাৰ দুখ ক'ত? সিদিনাও আপুনি সেই বুজিব নোৱাৰা কথাবোৰ কৈ মোক কিমান দুখ দিছিল।

অৰূপ—লতিকা—

লতিকা—নহয় অৰূপ ককাইদেউ। আপোনাৰ কথা ৰাখিবলৈ মই চেষ্টা কৰিম। আপোনাৰ আদেশ, আপোনাৰ দান মই আশীৰ্ব্বাদ ৰূপে লবলৈ চেষ্টা কৰিম। লম অৰূপ ককাইদেউ, কিন্তু মোকো আপোনাৰ কাৰণে কিবা কৰিবলৈ দিয়ক।

অৰূপ—লতিকা, তুমি সুখী হোৱা। হয়তো মই আজি জিকিছোঁ কিন্তু তথাপি যেন জিকিব পৰা নাই। মই যাওঁ লতিকা, পিছত আকৌ দেখা হ'ম।

লতিকা—নহয় ককাইদেউ, আৰু এখন্তেক, আৰু অলপ সময় বহক। এটা কথা সুধিম। মাত্র এটা কথা অৰূপ ককাইদেউ।

অৰূপ—কোৱা লতিকা।

লতিকা—অৰূপ ককাইদেউ, ৰেণু—ৰেণুৰ তালৈ আপুনি আজি কালি নেযায় নেকি?

অৰূপ—লতিকা, ৰেণু, ৰেণু কোন—মই চিনি নেপাওঁ—

লতিকা—অৰূপ ককাইদেউ—

অৰূপ—মই আহোঁ লতিকা—

লতিকা—নহয় অৰূপ ককাইদেউ, আৰু অলপ, আৰু মাত্র এটা কথা,

(অৰূপ যাব খোজে। লতিকা এখোজ আগ বাঢ়ে)

লতিকা—ৰেণু মোৰ বিশেষ লগৰীয়া, আপুনি হয়তো জানে। তাই আগেয়ে কৈছিল আপুনি হেনো তাইক বৰ মৰম কৰিছিল। বৰ ভাল পাইছিল।

অৰূপ—মিছা, সকলো মিছা। মই কাকো কেতিয়াও ভালপোৱা নাই। কাকো মৰম কৰা নাই। যদি কাৰোবাক ভাল পাইছিলোঁ, তাত মোৰ ভাল পোৱা নাছিল—আছিল বিহ। যদি কাৰোবাক মৰম কৰিছিলোঁ, তাত মোৰ মৰম নাছিল—আছিল গৰল, নহলে মোৰ মৰমে মৰম নেপালে কিয়? মোৰ চেনেহে চেনেহ নেপালে কিয়? কিয়? কিয়?

(অৰূপে আবেগত নিজক একেবাৰে পাহৰি যায়। লতিকা একেবাৰে ওচৰ চাপে)

লতিকা—অৰূপ ককাইদেউ, অৰূপ ককাইদেউ—

অৰূপ—অ'—

(অৰূপে নিজক ফিৰাই পায়। অলপ সময় কাৰো মুখত মাত নাই)

অৰূপ—মই হঠাৎ, হঠাৎ—মোক ক্ষমা কৰিবা লতিকা। মই যাওঁ—

(লতিকা ৰব নোৱাৰে। অৰূপৰ হাতত ধৰি কাকুতি মিনতিৰে কৰলৈ ধৰে)

লতিকা—নহয় অৰূপ ককাইদেউ। আপোনাৰ অন্তৰৰ কথা মোক কব লাগিব। আপোনাৰ দানতো মই আশীৰ্ব্বাদ ৰূপে মূৰ পাতি লৈছোঁ অৰূপ ককাইদেউ। তেনেহলে মোক কিয় আপোনাৰ দুখৰ কথা নকব। কব লাগিব, কওক, কওক অৰূপ ককাইদেউ, মোক দুখ নিদিব, কওক।

(কথাৰ শেষত লতিকাই প্ৰায় কান্দি পেলায়। মঞ্চ মুহূৰ্ত্তলৈ একেবাৰ নিস্তব্ধ। অৰূপে এখন হাতেৰে লতিৰ কপালত হাত ফুৰাই মৰমেৰে কবলৈ ধৰে)



অৰূপ—লতিকা, এইবোৰ কোৱা কথা নহয় লতিকা, কবলৈ মুখ নুফুটে, বুকুৰ ভিতৰতে থাকি এইবোৰ কথাই বুকুৰ হাড় ভাঙিদি যায়। তথাপিও বাহিৰ ওলাই নাহে। কিন্তু তুমি, —তোমাক কম লতিকা, তোমাক ক'ম শুনা—

(অৰূপে এটা এটাকৈ কথাখিনি কয়। শেষৰ কথাবোৰ সৰু হৈ আহে। কথাৰ লগে লগে অৰূপ আগুৱাই আহে। লতিকা যি ঠাইত আছিল তাতে ৰৈ থাকে আৰু অৰূপ আগুৱাই অহাৰ লগে লগে এখন চোফাত বহি পৰি অৰূপৰ কথা শুনে। মঞ্চৰ সমুখৰ একেবাৰে শেষ পাবলৈ চাবি হাত মান থকাত অৰূপ ৰয় আৰু চকু দুটা সমুখলৈ নিবদ্ধ ৰাখি অতীত কথা সোঁৱৰাবলৈ অলপ সময় মনে মনে থকাৰ পিছত আকৌ কবলৈ ধৰে—)

অৰূপ—তুমি ইয়াত নাছিলা। সেয়েই তুমি নেজানা। যি সময়ৰ কথা কৈছোঁ, সেই সময়ৰ মোৰ চকুৰ আগৰ পৃথিবীখন আছিল বৰ ধুনীয়া। বসন্তৰ মধুৰ পৰশে সেই সময়ৰ দিন আৰু ৰাতিবোৰ ৰেঙাই তুলিছিল কিবা এক নতুন ৰঙেৰে—

(অৰূপে এক মুহূৰ্ত্ত ৰৈ আকৌ কয়)

মই আজিৰ পৰা প্ৰায় তিনিমাহ আগৰ কথা কৈছোঁ লতিকা—

(অৰূপৰ শেষ কথাটোৰ লগে লগেই এটা 'স্ক্ৰেস্' মিউজীকৰ সৈতে মঞ্চ একেবাৰে অন্ধকাৰ হৈ যায়। সেই অন্ধকাৰৰ মাজতেই 'স্কেস্' টোৰ পিছত আন এটা মিউজীক বাজিবলৈ ধৰে। আৰু তাৰ লগে লগেই মাইক্ৰোফোনৰ যোগেদি অৰূপৰ কথা শুনিবলৈ পোৱা যায়।

মঞ্চত শেষ নিশাৰ ঢল ফাত দিয়াৰ পোহৰৰ সমান অতি সামান্য পোহৰ বিৰিঙি উঠে। সেই পোহৰত দৰ্শকে আগত মাত্ৰ এখন ক'লা কাপোৰ হে দেখিবলৈ পায়।)

অৰূপ—( মাইকৰ যোগেদি ) সেই সময়ৰ সেই ৰঙতে ৰঙিয়াল হৈ, বসন্তৰ বলিয়া বাই উতলা কৰা মন প্ৰাণ লৈ, গৰখীয়া ল'ৰাৰ দলে পুৰতি নিশাই ঘৰৰ বাহিৰ ওলায় ছন্দে ছন্দে ছন্দ মিলাই—

( মাইক্ৰোফনত অৰূপৰ কথা শেষ হোৱাৰ লগে লগে মঞ্চত দুয়োফালৰ পৰা ফকাচ্ লাইটৰ নীলা পোহৰ উপচি পৰে। মিউজীক, নৃত্য মিউজীকত পৰিণত হয় আৰু সেই মিউজীকৰেই খৰ গতিৰ ছন্দত ছন্দ মিলাই তিনিটি গৰখীয়া লৰা উলাহেৰে নাচি নাচি সোমাই আহে।

প্ৰায় চাৰি মিনিট নচাৰ পিছত নাচি নাচিয়েই গৰখীয়া লৰা কেইটি মঞ্চৰ বাহিৰ ওলাই যায়গৈ। লৰা কেইটি ওলাই যোৱাৰ লগে লগে ফকাচ্ লাইট নোহোৱা হয়, মিউজীক কমি গৈ আগৰদৰে সকৈক বাজিবলৈ ধৰে আৰু লগেলগেই আকৌ অৰূপৰ কথা মাই-ক্ৰোফোনৰ যোগেদি শুনিবলৈ পোৱা যায়। মঞ্চত সেই আগৰদৰেই অতি সামান্য পোহৰ বিৰিঙি থাকে।)

অৰূপ—( মাইকৰ যোগেদি ) সকলোৰে আনন্দত উত্ৰাৱল মন, চকুত নতুন উলাহ, প্ৰাণত নতুন উচ্ছাস। প্ৰাণৰ ঠিক এনেকুৱা উলহ মালহৰ দিনবোৰৰ মাজৰেই এটা দিনত— চহৰৰ এটি কোনত বেণুহঁতৰ ঘৰত বেণুৰ জন্মদিনৰ আনন্দ উৎসৱ—

( মাইক্ৰোফোনত অৰূপৰ কথা চলি থকাৰ মাজতেই মঞ্চ একেবাৰে অন্ধকাৰ হয়। কথা শেষ হোৱাৰ পিছতে উৎসৱৰ উপযোগী আন



এটা 'গীতাৰ' বৰ লঘু সুৰ বাজিবলৈ ধৰে আৰু তাৰ লগে লগে মঞ্চ ভালকৈ পোহৰ হৈ উঠাত দেখা যায় ৰত্নেশ্বৰ বৰুৱাৰ ঘৰত বেণুৰ জন্মদিন উপলক্ষে আয়োজন হোৱা আনন্দ উৎসৱৰ দৃশ্য।

## —বেণুৰ জন্মদিনৰ উৎসৱ—

কোঠাটোৰ পিছফাল ডোখৰ ঠিক আগৰ জীতেন ফুকনৰ ঘৰৰ দৰে একেই থাকিব। একাষে এটা Organ, আন এটা ফালে এখন বাৰ্ম্মিজ টেবুলৰ ওপৰত বেণুৱে উপহাৰ পোৱা বস্তুবোৰ। চোফা, চকী, টেবুল, টিপয় আদি আগৰ দৃশ্যৰ দৰেই থাকিব। ইয়াৰ উপৰিও দুই চাৰিখন কাঠৰ চকীও পৰা থাকিব। কোঠাৰ পৰ্দ্দাৰ টেবুল ক্লথৰ আৰু চোফা আদিৰ কাপোৰৰ ৰং আগৰ দৃশ্যৰ দৰে একে নহৈ বেলেগ হ'ব। মঞ্চৰ মাজডোখৰ মুকলি থাকিব।

নীলা পোহৰৰ মাজত দৃশ্যটোৰ আৰম্ভণি হয়। পোহৰৰ লগে লগে কোঠাটোত দেখা যায় ৰত্নেশ্বৰ বৰুৱা, জীতেন ফুকন, যামিনী কাকতী, মোলান আদি আৰু দুই চাৰি গৰাকী নিমন্ত্ৰিত ভদ্ৰলোক ভদ্ৰমহিলা চকীত উপবিষ্ট। বৰুৱাৰ পৰিবাৰ সীতাই সকলোকে অভ্যৰ্থনা কৰাত ব্যস্ত। খগেন এটা কোণত থিয় হৈ বেণুলৈ কেৰাহিকৈ চাই থাকে। বেণুৱে—অৰূপ এতিয়াও ইমানপৰে আহি নোপোৱাত খং আৰু বেজাৰত অস্থিৰ হৈ ইফালে সিফালে অহাযোৱা কৰি থাকে। বেণুৰ গলত মালা। জয়ৰামে আথেবেথে অতিথিসকলক হোকা আৰু চিগাৰেটৰ যোগান ধৰে। দৃশ্যটোৰ নিৰ্দ্ধাৰিত সূচীৰ কেইবাটাও হৈ যোৱা বুজা যায়। গতিকেই সকলোৱেই ৰং-ৰহস্যত মতলীয়া। কোনোৱে ডাঙৰকৈ হাঁহি বৰুৱাৰ পৰিবাৰলৈ প্ৰশংসাৰে চাই তেখেতৰ মন যোগোৱাৰ চেষ্টা কৰিছে। কোনোৱেবা আকৌ মুখত এমোকোৰা তামোল লৈ

এটা মিচিকীয়া হাঁহিবে ৰেণুৰ দৃষ্টি আকৰ্ষণ কৰাৰ বৃথা চেষ্টা কৰে। আনপিনে খোৱাৰ লোভত পেটত হাত দি মোলানে নিজৰ ওঠ চেলেকাত ব্যস্ত। এনেকুৱা পৰিস্থিতিৰ মাজতেই ৰেণুৱে এবাৰ নিজৰ হাত-ঘড়ীটোলৈ চাই খঙত কবলৈ ধৰে—)

ৰেণু—এতিয়াও আহিব নেপায় নে অৰূপদা। সকলো নষ্ট কৰি দিলে!

ৰত্নেশ্বৰ—সীতা, তুমি যোৱা, ভিতৰৰ পিনে চোৱাগৈ আৰু এওঁ-বিলাককো ভিতৰলৈ নিয়াৰ দিহা কৰাগৈ।

মোলান—হয়—ইয়াৰ মাজতে, হেঃ হেঃ হেঃ, খোৱা বোৱাৰ কামটো হৈ গলে বেছি ভাল লাগিলেহেঁতেন। উঠিমেই নেকি?

জীতেন—মিছেছ্ বৰুৱা, মোলানৰ প্ৰতি কিন্তু অন্যায় কৰিছে!

সীতা—কি কৈছে মই বুজি পোৱা নাই ফুকন।

ৰত্নেশ্বৰ—তুমিও ভাল দিয়া, ইমানবোৰ যে গীত-তীত গোৱা হ'ল, সেই বিলাকত মোলানৰ মন মুঠেই ভৰা নাই।

যামিনী—অৱশ্যে সঁচা কথা কবলৈ হলে মোৰো কিন্তু মন ভৰা নাই।

জীতেন—হয় নেকি? বুজিছে মিছেছ্ বৰুৱা, এওঁলোকৰ মনতো আছে গোল গোল ৰসগোল্লা আৰু cream-roll, cake, biscuit ৰ ওপৰত—

ৰত্নেশ্বৰ—হাঃ হাঃ হাঃ—

(সকলোৱেই হাঁহিত যোগ দিয়ে।)

জীতেন—হাঃ হাঃ হাঃ—বেয়া পালানেকিহে যামিনী। মোলান, জানাই নহয় মই ধেমেলীয়া মানুহ। ধেমালিহে কৰিছোঁ। বেয়া নাপাবা আকৌ।



মোলান—কিয়নো পাম ককাইদেউ। সঁচা কথাহে কৈছে, আৰু এই খিনিতেই মোৰো এটা বিশেষ কবলগীয়া কথা এয়ে যে ৰেণু আইদেৱে যেন এই জন্মোৎসৱটো জন্ম দিনত নেপাতি প্ৰতি সপ্তাহে জন্ম বাৰত পাতে।

(সকলোৱেই হাঁহিত যোগ দিয়ে।)

(এই কথাবাৰ্ত্তাবোৰত ৰেণুৱে বৰ যোগ দিব পৰা নাছিল। তেওঁ ঘনাই বাহিৰলৈ চাই অৰূপৰ প্ৰতীক্ষা কৰিছিল। মোলানৰ মুখত হঠাতে তেওঁৰ নাম উথাপন হোৱাত তেওঁ একেচাবেই মোলানক সোধে—)

ৰেণু—অৰ্থাৎ—

খগেন—অৰ্থাৎ অৰূপ বৰুৱাই এনেকৈ সময় মতে নাহি Programme fail কৰি নিমন্ত্ৰিত সকলো অতিথিৰ আগত ৰেণুক অপমান কৰাওক, এয়েতো আপোনাৰ ইচ্ছা?

ৰেণু—মা, সঁচাকৈয়ে অৰূপদাই আজি ইমান অপমান কৰিব বুলি ভবা নাছিলোঁ।

ৰত্নেশ্বৰ—ৰেণু, আজি তোৰ এনেকুৱা এটা শুভদিনত তোক এনেকৈ অস্থিৰ হোৱা নুশুৱায়।

মোলান—বুজিছে ভূঞা, কলোঁ কি, আৰু আপুনি বুজিলে কি?

জীতেন—মেলাচোন বাৰু তোমাৰ ৰসৰ সফুৰাটোকে।

(মোলান একেচাবেই বহাৰপৰা উঠি থিয় হৈ কবলৈ ধৰে)

মোলান—হেঃ হেঃ হেঃ ককাইদেউ, অৰ্থাৎ সপ্তাহে প্ৰতি, প্ৰতি জন্ম বাৰত এই উৎসৱটো হলে ৰেণু আইদেউৰ অনুগ্ৰহত মাহত ৪।৫ দিনৰ rationৰ ব্যৱস্থা ইয়াতেই হল নহয়?

ৰত্নেশ্বৰ—হাঃ হাঃ হাঃ—

জীতেন—হাঃ হাঃ হাঃ—

(সকলোৱে গিৰ্জ্জনি মাৰি হাঁহে। ৰেণুৰ অসহ্য হয়। তেওঁৰ খং চৰি যায়। দেউতাকে বুজি পাই ৰেণুৰ ওচৰলৈ আহে।)

ৰত্নেশ্বৰ—বাৰু ৰেণু—অৰূপ এতিয়াও নাহিল যেতিয়া সেইটো item বাদেই দিয়া হওক। সীতা, সকলোকে ভিতৰলৈ নিয়াৰ ব্যৱস্থা কৰা হওক। তুমি দিহা কৰা।

(ৰেণুৱে বকৱাৰ কথাৰ ওপৰতে মাত দিয়ে)

ৰেণু—নহয় দেউতা। সেইটো item মই বাদ নিদিওঁ।

(খগেনে ৰেণুৰ মন অৰূপৰ প্ৰতি একেবাৰে বিযাক্ত কৰি তোলাৰ সুযোগ লয়।)

খগেন—মই তোমাক আগেয়ে কৈছিলোঁ নহয় ৰেণু যে অৰূপ বকৱাৰ কথাৰ কোনো ঠিক নাই।

ৰত্নেশ্বৰ—জীৱৰামো নাহিল দেখোন?

খগেন—আছে ক'ৰবাত হুয়ো পৰি।

(বকৱাই হঠাত অৰূপৰ ভনীয়েকক তাত নেদেখি ইফালে সিফালে অলপ চোৱাৰ পিছত ৰেণুক সোধে—)

ৰত্নেশ্বৰ—ৰেণু, আইকণ ক'ত? দেখা নাই দেখোন?

জীতেন—এৰা, ছোৱালীটি ক'ত? বৰ ভাল নাচ শিকিছে বোলে?

সীতা—লনি নে লনিয়েই। নাম যেনে লনি, নাচতো তাইৰ কিনো লয়লাস গতি। পৰহি মাত্ৰ শান্তিনিকেতনৰপৰা আহি



পাইছে। ককায়েক নহা খণ্ডত গোটেইজনী সৌ ৰেণুৰ কোঠাত কন্দনামুৱা হৈ বহি আছে।

খগেন—থাকিবতো বহি। ভনীয়েক হ'ল বুলিনো ককায়েকে কৰা ইমান অপমান সহিবনে? আৰু ৰেণু বা আমিয়েনো ইমান অপমান সহিম কেলেই?

(খগেনে বাৰেবাৰে অৰূপৰ বিপক্ষে কোৱা দেখি মোলানে সহিব নোৱাৰি ঘপৰাই মাত দিয়ে—)

মোলান—মই এটা কথা কব খোজোঁ। মিঃ ভূঞাই Organ টো ধৰক। নাচ আৰম্ভ হওক।

ৰেণু—ঠিক, খগেন দা, আপুনিয়ে বজাওক।

(খগেন বিমোৰত পৰে। তেওঁ বজাব নেজানে অথচ মানুহৰ মাজত অসমৰ্থতা জনাবলৈও লাজ পায়।)

খগেন—মই—মানে—মই ঠিক বজাব জানো কিন্তু—

(কথাৰ ওপৰতে মোলানে মাত দিয়ে)

মোলান—কিন্তু এতিয়া নেজানে। হাঃ হাঃ হাঃ—তেন্তে ৰেণু আইদেউ, ময়েই বজাওঁ—

ৰেণু—নেলাগে আপুনি। আপুনি যি কৰিব মই জানো।

(ৰেণুৰ ধমকত মোলানো ঠোতমোত চেলেকি বহি পৰে।)

মোলান—ভাল বাৰু। মই ভাবিছিলোঁ ময়ে বজাওঁ।

ৰেণু—নেলাগে অৰূপদা আহিব। মই তাইক এনেয়ে নচুৱাম, নচুৱামেই। আপোনালোক বহক। ময়ো জানো অপমানৰ পোতক তুলিব। লনি—লনি—লনি ইয়ালৈ আহাচোন—

(বেণুৱে মঞ্চৰ পিছফাললৈ গৈ wings ৰ কাষত আহি থিয় হৈ মাতিবলৈ ধৰে। লাহে লাহে আহোঁ-নাহোঁকৈ সোমাই আহি লনিয়ে মনটো মাৰি বেণুৰ কাষত থিয় দি তলমূৰ কৰি ৰয়। লনিৰ ভৰিত ঝুনুকা বন্ধাই আছে।)

বেণু—লনি, অৰূপদা এতিয়াও নাহিল। মিউজীক নাই নাই—তুমি এনেয়ে ঝুনুকাৰ তালে তালে নাচা ভাই। চোৱাচোন সকলোৱে তোমাৰ নাচ চাবলৈকে বৈ আছে। নাচা ভাই নাচা—

মোলান—মই তেন্তে তবলাত ঠেকাকে দি যাওঁ বেণু আইদেউ?

বেণু—নেলাগে, আপুনি একো নকৰিব—

মোলান—ভাল বাৰু—

বেণু—নাচা লনি—নাচা—

(অৰূপৰ ওপৰত জেদ ৰাখিবলৈকে লনিক এনেকৈ জোৰ কৰি নচুৱাবৰ চেষ্টা। সেয়ে বেণুৰ কথাত অস্থিৰতা প্ৰকাশ পায়। বেণুৱে দুইহাতেৰে পিছফালৰপৰা লনিৰ দুই বাহুত ধৰি লনিক মঞ্চৰ সমুখলৈ ঠেলি দিয়ে। লনিয়ে একো মাতিব নোৱাৰি মন্ত্ৰমুগ্ধৰ দৰে এখোজ দুখোজকৈ মনতো মাৰিয়েই নৃত্যৰ লয়লাসত মঞ্চৰ সমুখ পায়হি আৰু মিউজীক নোহোৱাকৈয়ে নাচিব লগাত খঙ আৰু বেজাৰত দৰ্শকৰ পিনে মুখ ৰাখি কন্দনামুৱা হৈ ৰৈ যায়। লনিয়ে ননচাত বেণুও অস্থিৰ হৈ পৰে আৰু নাচিবলৈ কৈ কৈ বেণু প্ৰায় মঞ্চৰ মাজ পায়হি। উপস্থিত সকলোৱে লনিলৈ আগ্ৰহেৰে চাই ৰয়।)

বেণু—নাচা ভাই লনি, নাচা ভাই—



বেণুৱে "নাচা, নাচা" বুলি কৈ থকাৰ মাজতেই হঠাত বেগেৰে অৰূপ আৰু জীৱৰাম মঞ্চলৈ সোমাই আহে। অৰূপে সোমায়েই লনিলৈ চাই পৰিস্থিতিটো বুজিব পাৰি পাকতে বেণুলৈ এবাৰ চাই লৈ নিজৰ ঘড়ীটো চায় আৰু একেকোবে প্ৰায় জাপমাৰিয়েই Organ টোৰ কাষলৈ গৈ Organ টোত 'ভেম্প্' দি লনিলৈ চায়। 'ভেম্প্' শুনি লনিয়ে তৎক্ষণাৎ তেওঁ থিয়হৈ থকা ঠাইৰে পৰাই মুখখন ঘূৰাই চাই অৰূপক দেখি আনন্দত চকুৱে মুখে বিজুলীৰ লহৰ ঢালি দৌৰ মাৰি অৰূপৰ ওচৰলৈ আহে আৰু মুহূৰ্ত্ততে দৰ্শকলৈ মুখ ঘূৰাই উত্তাল নৃত্য আৰম্ভ কৰি দিয়ে। লগে লগে ভিতৰত সকলো মিউজীক বাজি উঠে, পোহৰ হুমাই যায়। 'ফকাচ'ৰ ৰঙা পোহৰ মঞ্চ উপচি পৰে। প্ৰায় চাৰি মিনিট নচাৰ পিচত, লনি নাচি নাচিয়েই সোমাই যায়। 'ফকাচ'ৰ পোহৰ নোহোৱা হয়। মঞ্চৰ আগৰ নীলা পোহৰ জ্বলি উঠে। সকলোৰে মুখত তৃপ্তিৰ চিন। সীতা ভিতৰলৈ যায়গৈ।)

জীতেন—বঢ়িয়া নাচে—

যামিনী—আহা—বাঃ বাঃ—সুন্দৰ ভঙ্গী—সুন্দৰ—

সকলোৱে—বেছ্—বেছ্—বেছ্—

(অৰূপ হাত যোৰ কৰি থিয় হয়)

অৰূপ—মোক আপোনালোকে ক্ষমা কৰিব, বিশেষ লেঠাত পৰাৰ কাৰণেহে ইমান দেৰি হল—

(কথাৰ লগে লগে অৰূপে বেণুলৈ চায়। চকুয়ে চকুৱে পৰাত বেণুৱে উচাৎ মাৰি ভিতৰলৈ গুচি যায়। খগেন বেণুৰ পিছ লয়। বেণুৰ ব্যৱহাৰত অৰূপে আঘাত পায়)

ৰত্নেশ্বৰ—ক্ষমা তমা আৰু খুজিব নেলাগে অৰূপ। জীৱ, বহিব আৰু নেলাগে—আহক সকলোৱে ভিতৰলৈ আহক—

ৰত্নেশ্বৰ—সীতা—

( জয়ৰাম খৰধৰকৈ সোমাই আহে )

জয়ৰাম—দেউতা, আয়ে আপোনাক সকলোকে ভিতৰলৈ লৈ আহিবলৈ কৈছে—

ৰত্নেশ্বৰ—আহক, আহক—বলা, ভিতৰলৈ বলা—

( ৰত্নৰাই সকলোকে ভিতৰলৈ লৈ যায়। মোলানে শাৰীৰ আগ ভাগ লয়। জীৱৰামো যায় গৈ। কিন্তু অৰূপ একে ঠাইতে থিয় হৈ থাকিল। সকলো যোৱাৰ পিছতেই ৰেণু যোৱা বাটেদিয়েই সোমাই আহি উপহাৰবোৰ বুটলিবলৈ ধৰে। যথাৰ্থতে ৰেণুৱে অৰূপ নোযোৱাৰ কাৰণেহে আহে। বস্তুবোৰ নিবলৈ অহা এটা ছলহে মাথোন। )

অৰূপ—ৰেণু, মোৰ ওপৰত তুমি খং কৰিছা ৰেণু। মোৰ কিছুমান লেঠাৰ কাৰণেহে দেৰি হৈ গল। তুমি বেয়া নেপাবা।

ৰেণু—আপুনি ভাবিছে নেকি অৰূপদা যে মই আপোনাক মাতিবলৈ আকৌ ফিৰি আহিছোঁ। আহিছোঁ আপুনি গলনে নাই তাকে চাবলৈ।

অৰূপ—তুমি সঁচাকৈয়ে মোৰ ওপৰত খং কৰিছা ৰেণু ?

ৰেণু—অকল খঙেই নহয়, আপোনাক মই খুব বেয়াও পাইছোঁ।

অৰূপ—বেয়া পাইছা, বেছ কৰিছা। ঘিণতো কৰা নাই সেইবুলি

ৰেণু—ঘিণ............?

( ৰেণুৰ খং বেছিকৈ চৰি যায় )



ৰেণু—ঘিণো কৰোঁ মই আপোনালোকক—

অৰূপ—মোকো ?

ৰেণু—এৰা—আপোনাকো—

অৰূপ—হাঃ হাঃ হাঃ—তুমি কিযে কোৱা। মোক তুমি বেয়া পাবা, মোকো তুমি ঘিণ কৰিবা, ইয়াকো মই বিশ্বাস কৰিম ? খং নকৰিবা ৰেণু, ওচৰলৈ আহা। তোমাৰ এই শুভদিনত মোৰ মৰমেৰে দিয়া আঙঠিটো পিন্ধাবলৈ দিয়া।

( ৰেণু নহাত অৰূপ নিজে ৰেণুৰ ওচৰলৈ যায় আৰু ৰেণুৰ সোঁহাতখন দাঙি ধৰি আঙুঠিতো পিন্ধাব খোজে )

অৰূপ—মই নিজে পিন্ধাই দিওঁ তোমাক ৰেণু—

ৰেণু—নেলাগে আপোনাৰ একো দান—

( ৰেণুৱে হাতখন আচাৰ মাৰি টানি লৈ দূৰলৈ গুছি যায়। ভিতৰত 'স্ক্ৰেস্' মিউজীক বাজি উঠে। )

অৰূপ—ৰেণু............

( আঙুঠিতো মজিয়াত পৰি কিছুদূৰ ঘূৰি গৈ গৈ ৰয়গৈ। ৰেণুৰ ওঠদুটা কঁপিবলৈ ধৰে ; চকুযোৰ ভিজি উঠে, কথা কব নোৱাৰে কিছুসময়লৈ। অৰূপ নিৰ্ব্বাক নিষ্পন্দ হৈ থৰলাগি অলপ সময়লৈ ৰেণুলৈ চাই থকাৰ পিছত আঙুঠিতো মজিয়াৰ পৰা তুলি লৈ একেবাৰে পোন হৈ থিয় হয়। ৰেণুৱে কবলৈ ধৰে )

ৰেণু—ইমান নিমন্ত্ৰিত অতিথিৰ আগত মোক এনেকৈ অপমান কৰাৰ কোনো প্ৰয়োজন নাছিল। মদপী বন্ধু যদি ইমানেই ডাঙৰ, তেনেহলে লনিৰ নাচটো ঠিক কৰিছিলে কেলেই ?

আৰু যদি ঠিক কৰিছিলেই, তেনেহলে সময়মতে নাহি মোক হাঁহিয়াতৰ পাত্ৰ কৰিলে কেলেই ?

অৰূপ—ৰেণু মনত থাকিব তোমাৰ ব্যৱহাৰ ! মোক তুমি যিমান ইচ্ছা কোৰা, কিন্তু মোৰ এজন বন্ধুক তুমি এনেকৈ নকবা।

ৰেণু—অৰূপদা, বহুদিন আগেয়ে আপোনাক কৈছোঁ, আপোনাৰ বন্ধুক মই দেখিব নোৱাৰোঁ। মুখত মদৰ গোন্ধ—চকুত ছয়তানিৰ চিন। মোক যদি পাবলৈ বিচাৰে তেনেহলে আপোনাৰ সেই বন্ধুক এৰিব লাগিব আপুনি।

অৰূপ—ৰেণু, মই তোমাক ভাল পাওঁ—তোমাক এৰিব নোৱাৰোঁ। তুমি মোক এৰিব নোৱাৰা ৰেণু—

ৰেণু—আপোনাৰ ডাক্তৰ বন্ধুক আপুনি এৰিব লাগিব—

( অৰূপ বেগেৰে ৰেণুৰ ওচৰ চাপি ৰেণুৰ হাত দুখন নিজৰ হাতৰ মাজত লৈ আবেগেৰে কয়— )

অৰূপ—মই তাকো এৰিব নোৱাৰোঁ ৰেণু, তোমাকো এৰিব নোৱাৰোঁ ৰেণু—

ৰেণু—মোক এৰি দিয়ক—মোক এৰি দিয়ক তেনেহলে—

( অৰূপে বেছি আবেগেৰে দুইহাতেৰে ৰেণুৰ বাহুত ধৰি কয়— )

অৰূপ—ৰেণু·········ৰেণু·········

ৰেণু—অৰূপদা, আজিৰপৰা ইয়ালৈ নাহিব আপুনি—

( ৰেণুৰ কথাৰ লগে লগেই ভিতৰত এটা মিউজীক আৰম্ভ হয়। কথা শেষৰ লগে লগে ৰেণুৱে নিজক অৰূপৰ হাতৰপৰা মুক্ত কৰি দূৰৈত থিয় হৈ কঁপিবলৈ ধৰে। অৰূপে প্ৰায় ৰেণুৰ কথাৰ ওপৰতেই সেহাই সেহাই কোনোমতে কয়। ভিতৰৰ মিউজীক ওপৰলৈ উঠি পৰিস্থিতি গভীৰ কৰি তোলে। )



অৰূপ—ৰেণু—ইমান ডাঙৰ কথা তুমি কেনেকৈ ক'লা ?

ৰেণু—অকল সেয়েই নহয়—যদি আহে তেন্তে মান নেপায়, পাব অসন্মান, পাব অপমান······

( অৰূপে চিঞৰি উঠে। ভিতৰত মিউজীক একেবাৰে ওপৰলৈ উঠি শীৰ্ষবিন্দু পায়গৈ। )

অৰূপ—ৰেণু······ৰেণু······ৰেণু······

( অৰূপে "ৰেণু, ৰেণু" কৈ মতাৰ লগতেই মঞ্চ একেবাৰে অন্ধকাৰ হৈ যায়। একেবাৰে শীৰ্ষবিন্দুত উঠা মিউজীক ক্ৰমান্বয়ে কমি গৈ এটা করুণ সুৰত পৰিণত হৈ লাহে লাহে বাজিবলৈ ধৰে। আৰু লগে লগে মঞ্চত অতি সামান্য পোহৰ বিৰিঙি উঠাত দৰ্শকে আকৌ আগৰদৰে সেই ক'লা কাপোৰখনহে মাত্ৰ আগত দেখিবলৈ পায়। সেই সামান্য পোহৰৰ মাজতেই মাইক্ৰোফোনৰ যোগেদি অৰূপৰ কথা আকৌ শুনিবলৈ পোৱা যায় )

অৰূপ—সেইযে অপমানৰ বোজা মূৰত লৈ ফিৰি আহিলোঁ, সেই দিনাৰেপৰাই মোৰ জীৱনৰ এটি মধুৰ সম্বন্ধৰ ঘটে অৱসান। মোৰ হিয়াৰ দুৱাৰখনি মাৰি দিলে আহি—কালৰ ক'লা যৱনিকাই,—দিন গল, নিশা আহিল, নিশা গল, দিন আহিল; কিন্তু মোৰ সুখ মোৰ শান্তি যি গুচি গল, সি আকৌ ফিৰি নাহিল লতিকা। কিমান ভাবিছিলোঁ, আশা কৰিছিলোঁ, কল্পনা কৰিছিলোঁ, সপোন দেখিছিলোঁ—সপোন ভাগিল—কল্পনা, আশা, মাৰ গ'ল মহাসাগৰৰ অতল তলিত। কিন্তু

ভাৱনা, তাৰ আৰু শেষ নহল। সেয়ে আজিও ভাবিছোঁ—আজিও ভাবো—

( অৰূপৰ কথা শেষ হোৱাৰ লগে লগে ক'লা কাপোৰখন দুভাগ হৈ মুহূৰ্ত্ততে দুয়োফালে আঁতৰি যায় আৰু তাৰ লগে লগেই মঞ্চ সম্পূৰ্ণ পোহৰ হৈ উঠাত দেখা যায় অৰূপে সেই আগৰ দৰেই জীতেন ফুকনৰ ঘৰত সেই আগৰ ঠাইতেই একে থিৰে মঞ্চৰ সমুখলৈ চাই থাকে। আৰু সেই আগেয়ে চোফাত বহি থকা অৱস্থাতেই লতিকাই উচুপি উচুপি চকুপানী মচিব ধৰে। বেজাৰৰ অতীত কাহিনী লতিকাক কৈ কৈ অৰূপ আৱেগত তন্ময় হৈ ৰয়। ওঠ দুটা কঁপি থাকে। বাজি থকা ভিতৰৰ করুণ সুৰে পৰিস্থিতি বেছি করুণ কৰি তোলে। লতিকাই লাহে লাহে অৰূপৰ ওচৰলৈ আহি অৰূপৰ হাতত ধৰি মাত দিয়ে—)

লতিকা—অৰূপ ককাইদেউ !

( লতিকাৰ স্পৰ্শ আৰু মাতত অৰূপৰ তন্ময়তা আঁতৰি যায়। নিজক স্বাভাবিক অৱস্থালৈ ফিৰাই আনি লতিকালৈ চায়। )

লতিকা—আপোনাক সুধি দুখ দিছোঁ। মোক ক্ষমা কৰিব অৰূপ ককাইদেউ।

( লতিকাৰ কান্ধত হাত ৰাখি অৰূপে লাহে লাহে কয়—)

অৰূপ—লতিকা, মোৰ অনুৰোধ, মোৰ এই কাহিনী তোমাৰ বাহিৰে যেন কোনেও নেজানে। তোমাৰ কথাৰে, বা আচৰণেৰে ৰেণুকো তুমি কোনো মুহূৰ্ত্ততেই যেন বুজিবলৈ নিদিয়া—

লতিকা—নিদিওঁ ককাইদেউ—



( বাহিৰত কোনোবাই লতিকাক মতা শুনা যায়। অৰূপে তৎক্ষণাৎ সেইপিনলৈ ঘূৰি চাই কাণ পাতি শুনে আৰু কোনোবা পৰিচিত মানুহৰ মাত যেন অনুমান হোৱাত তেওঁৰ মুখখন মুহূৰ্ত্ততে শেতা পৰি যায়। তেওঁ লতিকালৈ এবাৰ চায়েই বেগেৰে মঞ্চৰ পিছফাললৈ গুচি যায়।

ৰেণু—লতিকা—লতি—লতি—

( ৰেণু সোমাই আহে। লতিকা অলপ আগবাঢ়ি যায়। )

ৰেণু—মই ৰেণু—মাতি মাতিও মাত পাবলৈ নাই তোমাৰ—

( লতিকাই ৰেণুৰ হাতত ধৰে। অৰূপে মঞ্চৰ পিছফালে ৰেণুলৈ একেবাৰে পিছ দি থিয় হৈ ৰয়। )

লতিকা—অ' ৰেণু, আহা ভাই—এই তোমাৰ কথাকে কৈছি—

( লতিকাই জিভা কামুৰি ধৰে, তাৰ পিছত কথা সলাই কয়—)

লতিকা—নহয়, ভাবিছিলোঁ—

ৰেণু—মোৰ কথাকে ? কি ভাগ্য মোৰ তেনেহলে—

( ৰেণুৱে কথা কৈ কৈ চকীত বহিবলৈ খোজোঁতেই হঠাৎ অৰূপক দেখি ৰৈ যায়। লগে লগে ভিতৰত ডাঙৰকৈ 'স্ক্ৰেচ্' মিউজীক বাজি উঠে। ৰেণু বহিব নোৱাৰে। লতিকালৈ ঘূৰি মুখৰ ঢোক গিলি সেহাই লতিকাক সোধে। সিফালে অৰূপো অলপ চঞ্চল হৈ উঠে। )

ৰেণু—সেইয়া কোন········· ?

লতিকা—অৰূপ ককাইদেউ !

( ৰেণুৱে নিজৰ ওঠ আৰু আঙুলি কামুৰি অস্ফুট মাতত লতিকাক কয় আৰু তাৰ পিছত যাব খোজে। )

বেণু—অস্—মই যাওঁ, মই যাওঁ লতিকা। হঠাতে আমনি কৰিলোঁ, বেয়া নেপাবা—

( লতিকাই আগভেটি ধৰে )

লতিকা—কিয় ? অৰূপ ককাইদেউ কিবা খালৰ গেলা পচা বস্তুনে যে দেখিয়েই ঘিণ লাগি পলাব লগা হ'ল !

( অৰূপেও নিজক থিৰেৰে ৰাখিব নোৱাৰি বেণুৰ কাষৰপৰা নিজক আঁতৰাই নিবলৈ মঞ্চৰ পিছফালৰপৰা বেগেৰে খোজ দি মঞ্চৰ সমুখৰ wings ৰ কাষেদি যাবলৈ ওলায়। )

অৰূপ—মই যাওঁ লতিকা—মই আহিলোঁ—

( অৰূপ ঠিক wings-ৰ কাষ পাওঁতেই, নিজৰ অজ্ঞাতসাৰেই হঠাৎ কৰ নোৱাৰাকৈয়েই বেণুৱে অৰূপক মাতি পেলায়। )

বেণু—অৰূপদা—

( অৰূপেও নিজৰ অজ্ঞাতসাৰেই ৰৈ যায়। আৰু কৰ নোৱাৰাকৈয়ে বেণুৰ পিনে ঘুৰি কৈ পেলায় )

অৰূপ—বেণু—

( অৰূপৰ দৃষ্টিলৈ চাই থাকিব নোৱাৰি বেণুৱে নিজৰ দৃষ্টি তললৈ নমায়। অৰূপে কথা কৈয়েই ৰৈ যায়। অভিমান গুমৰি উঠে। মুহূৰ্ত্ততে হৃদয়াবেগ শাম কটাই কবলৈ ধৰে। )

অৰূপ—নাই, মোৰ ভুল হৈছে—ক্ষমা কৰিব মিছ্ বৰুৱা—কওক, আপুনি কি কব খুজিছে। আকৌ মোৰ বিপক্ষে কি অভিযোগ আনিবলৈ বিচাৰিছে, কওক—



বেণু—অভিযোগ আছে অৰূপদা, আপুনি, মোক আপুনি বুলি মাতিছে কেলেই ? মোক একেবাৰে পাহৰিলে নহয় ?

অৰূপ—ইমান অকৃতজ্ঞ মই নহওঁ মিছ্ বৰুৱা যে আপোনাক ইমান সোনকালেই পাহৰি যাম। আপুনি—

( অৰূপে হঠাৎ কথাৰ মোৰ সলাই ডাঙৰকৈ কবলৈ ধৰে )

অৰূপ—তুমি—তুমি সেই বেণু বৰুৱাই—যি এদিন এই অৰূপকেই তোমালোকৰ ঘৰৰপৰা অপমান কৰি খেদি পঠিয়াইছিলা।

( বেণুৱে অনুশোচনাৰ সুৰেৰে এখোজ আগবাঢ়ি কয় )

বেণু—অৰূপদা—

( তেওঁলোক দুয়োকো অকলে কথা হোৱাৰ সুযোগ দি লতিকাই চাহ আনিবলৈ যোৱাৰ ছলেৰে তাৰপৰা আঁতৰি পৰে। )

লতিকা—মই চাহ লৈ আহোঁগৈ বেণু—

অৰূপ—কোৱা, সেইদিনা সেইদৰে অপমান কৰাৰ পিছতো জানো হেপাহ পলোৱা নাই যে এনেকৈ এইদৰে খেদি আহি আকৌ অপমান কৰিবলৈ বিচাৰিছা—

( অৰূপৰ কথাত আন্তৰিকতা নেপাই বেণুৰ নাৰীহৃদয় খং আৰু অভিমানত গুমৰি উঠিল। মাত্ৰ অলপ সময় মনে মনে থাকি আহত সাপৰ দৰে ফেট্ তুলি কবলৈ ধৰে )

বেণু—অৰূপদা, তেনেহলে ময়ো কওঁ শুনক, আপুনি যি অভিসন্ধিৰ জাল পেলাবলৈ ইয়ালৈ আহিছে সি হৈ নুঠিব। মই হবলৈ নিদিওঁ।

অৰূপ—তোমাৰ স্পৰ্দ্ধা মই জানো। তথাপিও আকৌ কি নতুন স্পৰ্দ্ধা লৈ মোক অপমান কৰিবলৈ বিচাৰিছা জানিব পাৰোঁনে ?

ৰেণু—খুৰাদেউ এই অলপ আগেয়ে আমাৰ তালৈ গৈ দেউতাৰ পৰামৰ্শ বিচাৰিছে। আপুনি হেনো লতিকাক, আপোনাৰ বন্ধু জীৱৰামৰ লগত—

( ৰেণুৰ কথাৰ ওপৰতেই অৰূপে স্পষ্ট অথচ অলপ খৰকৈ কবলৈ ধৰে )

অৰূপ—এৰা, মোৰ বন্ধু, মোৰ অসৎ বন্ধু, মদপী বন্ধু, জীৱৰামৰ লগত, মই—মই লতিকাৰ বিয়াৰ বন্দোৱস্ত কৰিছোঁ। তাত তোমাৰতো একো অন্যায় কৰিবলৈ বিচৰা নাই ?

ৰেণু—লতিকাৰ অন্যায় মানে মোৰো অন্যায়। লতিকা মোৰ বন্ধু, তেওঁৰ মই অন্যায় হবলৈ নিদিওঁ। এটা অসৎ মদপী চৰিত্ৰহীনৰ লগত লতিকাৰ জীৱনটো জাহ যাবলৈ মই কেতিয়াও নিদিওঁ।

অৰূপ—তোমাৰ জীৱনতো তাত জাহ নেযায় ?

( খঙত ৰেণুৰে হিতাহিত জ্ঞান হেৰুৱায়। নিৰ্ব্বোধৰ দৰে কথাবোৰ ডাঙৰকৈ কবলৈ ধৰে। )

ৰেণু—শুনক অৰূপ বৰুৱা—এবাৰ আপুনি মোৰপৰা যি অপমান আৰু লাঞ্ছনা পাই আপোনাৰ ওখ মূৰ, উচ্চ শিৰ তল কৰি আমাৰ ঘৰৰপৰা ওলাই আহিছে, নেভাবিব সেয়ে আপোনাৰ শেষ। আপুনি—আপুনি আৰু বেছি অপমান—আৰু বেছি



গঞ্জনা পাব, যদি আপুনি আপোনাৰ এই দুৰভিসন্ধিৰপৰা বিৰত নহয়।

( ৰেণুৰ কথাত অৰূপৰ হিয়া ভাঙি যায়। মুখ কলা পৰে। কিন্তু বুজিব নিদিয়ে মুহূৰ্ত্তলৈ। )

অৰূপ—ৰেণু, অহঙ্কাৰৰো এটা সীমা আছে—কিন্তু তোমাৰ সীমা পাৰ হৈ গৈছে, ছোৱালীৰ ইমান অহঙ্কাৰ ঈশ্বৰে নসহে ৰেণু।

ৰেণু—ৰেণু বুলিবলৈ কোনো অধিকাৰ নাই আপোনাৰ—

( এটা অতি শুকান হাঁহি মুহূৰ্ত্তলৈ অৰূপৰ ওঠ দুটাত দেখা দি আকৌ নোহোৱা হয়। নিষ্প্ৰভ ভিজি উঠা চকুযোৰ ৰেণুৰ ওপৰত ৰাখি অৰূপে কবলৈ ধৰে )

অৰূপ—অধিকাৰ অনধিকাৰ—সেই পুৰণা অভিনয়ৰেই পুনৰাভিনয় নকৰিবা ৰেণু—

( অৰূপৰ কথা বৈ যায়। নিজক সম্পূৰ্ণ ডাঠ কৰি লৈ দৃষ্টি দৰ্শকৰ পিনলৈ ঘূৰাই আকৌ কবলৈ ধৰে )

অৰূপ—শুনা ৰেণু—ডাঃ জীৱক তুমি যিমান হীন বুলি ভাবা, সি সিমান হীন নহয় আৰু এই অৰূপ বৰুৱাক, অৰূপ হিচাপে আৰু ডাঃ জীৱৰ বন্ধু বুলি তুমি যিমান ঘিণ কৰা, লতিকাই তাক সিমান ঘিণ নকৰে। সেয়ে লতিকা আৰু জীৱৰ মিলন হবই। সেই মিলন মই ঘটামেই।

( কথাৰ সুৰ সলাই অলপ ডাঙৰকৈ ৰেণুলৈ চাই কবলৈ ধৰে )

তুমি, তোমাৰ নিচিনা হাজাৰ গৰাকী ৰেণু আহিও তাক ওফৰাব নোৱাৰিব। আৰু অপমান ?—

( দৃষ্টি আকৌ ৰেণুৰপৰা দৰ্শকৰ পিনলৈ ঘুৰাই কৰলৈ ধৰে )

অৰূপ—অৰূপ বৰুৱাই আকৌ তোমাৰপৰা অপমান পোৱাৰ ভয় নকৰে। কাৰণ তোমাৰ ঘৰলৈ বা তোমাৰ কাষলৈ মৃত্যুৰ পূৰ্ব্ব মূহূৰ্ত্তলৈকে সি কোনোদিন কেতিয়াও নেযায়—

ৰেণু—আৰু ৰেণুৱেও কোনো দিন তাইৰ মৃত্যুৰ আগমুহূৰ্ত্তলৈকে ভুলতো আপোনাৰ মুখ চাবলৈ নেযায়। আপুনি ইয়াত ইমান পৰলৈকে নেথাকিব বুলি ভাবিহে—

( ৰেণুৰ কথা শেষ হোৱাৰ ঠিক অলপ আগতে দুই হাতত দুকাপ চাহ লৈ লতিকা সোমায়েই ৰেণুক তেনেকৈ কথা কোৱা দেখি কাপ দুটা থিতাতে এখন teapoy-ৰ ওপৰত থৈ দৌৰ মাৰি ৰেণুৰ কাষলৈ আহি ৰেণুৰ মুখত হাত দি কবলৈ ধৰে )

লতিকা—ৰেণু—ৰেণু—মোৰে শপত তুমি মনে মনে থাকা ৰেণু—তুমি মনে মনে থাকা—

অৰূপ—লতিকা, মোৰ অনুৰোধ তুমি মনে মনে থাকা—কবলৈ দিয়া, ইচ্ছামতে কবলৈ দিয়া। কোৱা—কৈ যোৱা—ৰলা কিয় ?

ৰেণু—শুনক—আপুনি ইয়াত ইমান পৰে নেথাকিব বুলি জানিহে মই আহিছিলোঁ—

অৰূপ—আৰু যদি থকা বুলি জানিলাহেঁতেন ?

( কথাবোৰ হৈ থকাৰ মাজতে লতিকাই অসহায়ৰ দৰে এবাৰ অৰূপলৈ, এবাৰ ৰেণুলৈ চায়। ৰেণুক বাৰণ কৰিব খোজে কিন্তু নোৱাৰে। )



ৰেণু—জানিলে কেতিয়াও নাহিলোঁহেঁতেন ; ইয়ালৈ আহি আপোনাক দেখাৰ পিছৰেপৰা মোৰ সৰ্ব্বশৰীৰ আৰু মন অপবিত্ৰ হৈ পৰা যেন লাগিছে।

( লতিকাই ৰেণুৰ হাত দুখনত ধৰি জোকাৰি চিঞৰি উঠে আৰু লগে লগে হুকহুকাই কান্দি পেলায়। )

লতিকা—ৰেণু—ৰেণু—

( ৰেণুৰ কথা বৈ যায়। অৰূপৰ ভিজা চকুযোৰ উজ্জ্বল হৈ উঠে। ভিতৰৰপৰা বেহেলাৰ এটা সুৰ ভাঁহি আহি সময়ৰ পৰিস্থিতি বিষাদময় কৰি তোলে। অৰূপে কবলৈ আৰম্ভ কৰে )

অৰূপ—ঠিক্ আছে ৰেণু—ঠিক্ আছে। উভতি যাওঁতে বাহিৰে বাহিৰে ব্ৰহ্মপুত্ৰত গা তিয়াই পবিত্ৰ হৈ যাবা—আৰু ইয়াকো জানি যোৱা, যাতে মোক দেখি তুমি কেতিয়াও আকৌ অপবিত্ৰ হব লগা নহয়—ভুলতো যাতে আকৌ মোক দেখি কেতিয়াও তোমাৰ সৰ্ব্ব শৰীৰ, মন, অপবিত্ৰ নহয়, তাৰ কাৰণে এই মূহূৰ্ত্তৰপৰাই বিদায় ললোঁ—চিৰ বিদায়—

( "চিৰ বিদায়" কথাৰ লগে লগে ভিতৰত 'ক্ৰস্' মিউজীক বাজি উঠে আৰু অৰূপে ছোঁগাৰি মঞ্চৰ বাহিৰ ওলাই যায়। লতিকাই অৰূপ যোৱাৰ ফালৰ wingৰ কাষলৈ মাতি মাতি দৌৰি আহে— )

লতিকা—অৰূপ ককাইদেউ —অৰূপ ককাইদেউ—

( wing-ৰ কাষত লতিকা বৈ যায় আৰু হাত দুখনেৰে মুখখন ঢাকি আকৌ হুকহুকাই কান্দিবলৈ ধৰে। আনপিনে ৰেণু য'তে আছিল ঠিক তাতেই উদ্‌ভ্ৰান্তৰ দৰে থিয় হৈ থাকে। অৰূপ সঁচাকৈয়ে গুচি

যোৱাৰ দুৰ্ব্বহ আঘাতে বেণুৰ সকলো অহঙ্কাৰ যেন মৰিমূৰ কৰি পেলালে। লতিকাই চকু মচি নিজে নিজেই কয়। ভিতৰত বেহেলাৰ সুৰ বাজিয়েই থাকে।)

লতিকা—গুচি গলগৈ—

(কথাৰ লগে লগে লতিকাই বেগেৰে বেণুৰ ওচৰলৈ আহি খণ্ডেৰে ডাঙৰকৈ কবলৈ ধৰে)

লতিকা—বেণু—তোমাক কোনে মাতিছিল ইয়ালৈ? গুচি যোৱা গুচি যোৱা তুমি।

(বেণুৱে সেহাই সেহাই নিজৰ হেৰাই যোৱা মাতটো উলিয়াই অস্ফুট স্বৰত কোনোমতেহে কয়)

বেণু—লতিকা—

লতিকা—বেণু, তই মানুহ নহৱ, তই দানৱী, তই ৰাক্ষসী—

(কথাৰ লগে লগে লতিকাৰ চকুৰেদি আকৌ চকুপানী বৰলৈ ধৰে। বেণুৱে আগবদৰেই সেহাই কবলৈ ধৰে)

বেণু—লতিকা, অৰূপদা এনেকৈ গ'ল কিয়? লতিকা, তই ঠিকেই কৈছে। মই মানুহ নহয়; মই দানবী—মই ৰাক্ষসী—লতিকা—অৰূপদাক মাত, মাত লতিকা—মাত—মাত—

(কথাৰ লগে লগে বেণুৱে কান্দিবলৈ আৰম্ভ কৰে। কথাৰ শেষত ৰব নোৱাৰি লতিকাৰ বুকুৰ মাজত মুখ লুকুৱাই সৰু ছোৱালীৰ দৰে একেবাৰে হুকহুকাই কান্দিবলৈ ধৰে। সিপিনে বাহিৰত মটৰ এখনে মানুহ ছেপাৰ কাৰণে ভীষণ চিঞৰ বাখৰ আৰম্ভ হয় আৰু লগে লগে মঞ্চৰ পোহৰ আগতকৈ বহুত কমি যায়। মঞ্চত থকা শিল্পীৰ



'ফকাচ'-ৰ পোহৰে অনুসৰণ কৰে। মটৰ 'এক্সিডেণ্টটো' আৰু চিঞৰ বাখৰবোৰৰ Sound Effect-ৰ দ্বাৰা সামঞ্জস্যভাৱে মাইক্ৰো-ফোনৰ যোগেদি কৰিলে ভাল হব।)

লতিকা—কি হ'ল—বাহিৰত?

(লতিকা আৰু বেণুৱে উৎকণ্ঠাৰে বাহিৰলৈ চায়। বাহিৰত মানুহৰ গোলমাল চলিয়েই থাকে। সেই গোলমালৰ মাজতেই বাহিৰৰ পৰাই জীতেন ফুকনে ডাঙৰকৈ মাতি মাতি সোমাই আহে।)

জীতেন—লতি—লতি, সৰ্ব্বনাশ—সৰ্ব্বনাশ—

(ফুকন সোমায়েই কালৈকো নেচাই বেগেৰে ফোনটোৰ ওচৰলৈ গৈ 'ৰীচিভাৰ' দাঙি ধৰে। লতিকাই দৌৰ মাৰি দেউতাকৰ ওচৰ চাপে।)

লতিকা—কি হল দেউতা?

(বেণু য'তে আছিল তাৰেপৰা মাত্ৰ দুখোজমান ফুকনৰ ফাললৈ আগবাঢ়ি চকু থিৰ আৰু ডাঙৰ কৰি ফুকনলৈ চাই মাতে)

বেণু—খুৰাদেউ—

(ফুকনে কালৈকো ভ্ৰুক্ষেপ নকৰি একে উশাহেই ফোনত কবলৈ ধৰে)

জীতেন—Hallow Exchange! Double 6 please, জীৱ, যেনে আছা এতিয়াই এখন গাড়ী লৈ আহা। অৰূপৰ মোৰ ঘৰৰ আগতে মটৰ এক্সিডেণ্ট হৈছে—মটৰ এক্সিডেণ্ট—

(অৰূপৰ এক্সিডেণ্টৰ কথা শুনি লতিকাই চিঞৰি উঠে আৰু লগে লগে বাহিৰলৈ দৌৰ দিয়ে।)

লতিকা—অৰূপ ককাইদেউ—

( ফুকনে 'ৰীচিভাৰ' টো থৈ বাহিৰলৈ বেগেৰে ওলাই যায়। বে... য'তে আছিল তাতে প্ৰাণহীন মানুহৰ দৰে বৈ যায়। তাৰ পিছ... বাওঁ হাতেৰে নিজৰ মূৰৰ এফাল হেচা মাৰি ধৰে আৰু সোঁহাতে... এখন চকীত খামোচ মাৰি ধৰি নিজৰ ঢলি পৰিব খোজা দেহটো... কোনোমতে পোনকৈ ৰাখি অস্ফুট মাতত সেহাই সেহাই কবলৈ ধৰে।)

বেণু—অৰূপৰ মটৰ এক্সিডেণ্ট—মটৰ এক্সিডেণ্ট—মই কি কৰে... এতিয়া—

( বাহিৰত জীতেন ফুকনৰ মাত শুনা যায় )

জীতেন—আনা ; এইফালে—এইফালে লৈ আহা—

( বাহিৰত ফুকনৰ মাত শুনি বেণুৱে সেই ফাললৈ মুখ ঘুৰায়। তাৰ পিছত মঞ্চৰ সমুখৰপৰা দৰ্শকলৈ মুখ কৰিয়েই কন্দাৰ নিচিনাকৈ ঘনাই ফোপাবলৈ ধৰে আৰু কথাবোৰ তেনেকৈয়ে এটা এটাকৈ কৈ লাহে লাহে পিছুৱাই মঞ্চৰ পিছফাললৈ গৈ থাকে )

বেণু—অস্—সেইয়া লৈ আহিছে—মই, কেনেকৈ চাম এই দৃশ্য—মই যাওঁ,—মই পলাওঁ ; মই পলাওঁ—মই পলাওঁ—

( শেষৰ "মই পলাওঁ" কথাষাৰত বেণুৱে হঠাৎ একেবাৰে ডাঙৰকৈ চিঞৰি দুই হাতেৰে নিজৰ বুকুখন হেচা মাৰি চোফা বা চকী এখনত নিজে কৰ নোৱাৰাকৈয়ে বহি পৰে। ভিতৰত মিউজীক ডাঙৰকৈ বাজি উঠে। )

লগে লগে আগভ

—আঁৰকাপোৰ—

## চতুৰ্থ দৃশ্য

[ ৰত্নেশ্বৰ বৰুৱাৰ ঘৰৰ একাংশ। কোঠাটো প্ৰথম দৃশ্যৰেই অনুৰূপ। আন এটা কোঠা বুজাবলৈ মাত্ৰ আগৰ থকা বস্তবোৰেই ঠাইৰ সাল-সলনি কৰি দিব লাগিব। কোঠাটোত নতুনকৈ থকা বস্তুৰ ভিতৰত একাষে এখন ড্ৰেছিং টেবুল থাকিব।

আৰকাপোৰ উঠাৰ লগে লগে দেখা যায়—ৰত্নেশ্বৰ বৰুৱাই ইফালে সিফালে অহা যোৱা কৰি থাকিয়েই সীতাক কিবা কৈ থাকে। সীতাই মঞ্চৰ মাজডোখৰতে এখন চকীত হাত ৰাখি মনোযোগেৰে বৰুৱাৰ কথা শুনি থাকে। তেওঁলোকৰ প্ৰকাশ-ভঙ্গীৰে দৰ্শকক বুজাব লাগিব যেন তেওঁলোকে আৰকাপোৰ উঠাৰ আগৰে পৰাই তেনেকৈ কথা কৈ আছে। বৰুৱাৰ কথাত কঠোৰতা প্ৰকাশ পায়। ]

ৰত্নেশ্বৰ—সীতা, তোমাৰ ইচ্ছা অনিচ্ছাৰ পথত মই হেঙাৰ নিদিওঁ ; কিন্তু মোৰ কথা হৈছে মোৰ ইচ্ছা অনিচ্ছাৰ মৰ্য্যাদাও তুমি ৰখা উচিত।

সীতা—মইনো কি ডাঙৰ জগৰটো লগালোঁ আপোনাৰ ?

ৰত্নেশ্বৰ—জগৰ লগোৱাৰ কথা অহা নাই সীতা, খগেন লৰাটোক তুমি মৰম কৰা, চেনেহ কৰা, ভাল কথা ; কিন্তু তাৰ পৰিসমাপ্তি যে তুমি বিচাৰিছা নিজৰ ছোৱালীজনীক তালৈ বিয়া দি, এই কথা মই মুঠেই ভাল পোৱা নাই।

সীতা—ছোৱালী যেতিয়া বিয়া দিবই লাগিব, খগেনৰ লগতনো তাইৰ কিহৰ যোৰটো নেখাব ! তাৰ নিচিনা লৰা এটানো সতকাই হাতৰ মুঠিৰপৰা এৰি দিওঁ কেনেকৈ ?

ৰত্নেশ্বৰ—সেয়ে হবলা তুমি মোৰ লগত অকণো পৰামৰ্শ নকৰি নিজৰ ইচ্ছাতেই চিঠি লিখিলা খগেনৰ মাকলৈ! অথচ জীতেন ফুকনেও নিজৰ ছোৱালীৰ বিয়াৰ বিষয়ে পৰামৰ্শ কৰিবলৈ এই অলপ আগেয়ে মোৰ তালৈ আহি গৈছে। কিন্তু তুমি মোৰ ঘৰৰ ঘৈণীজনী হৈ মোৰ ছোৱালীজনীৰ বিষয়ে কথা-বতৰা চলোৱা আনৰ লগত, মোৰ অজ্ঞাতসাৰে।

সীতা—চিঠিহে দিছোঁ, ভাবিছিলোঁ উত্তৰ কি আহে বা নাহে—আহিলে আপোনাক জনাম আৰু সকলো—

ৰত্নেশ্বৰ—ভাগ্যে দেউতাকে চিঠি দি মোৰ মতামত জানিবলৈ বিচাৰিছে। কিন্তু যদি মাকে সম্মতি জনাই তোমালৈ লিখিলেহেঁতেন আৰু মই যদি তাৰ পিছত বাধা দিলোঁহেঁতেন তেতিয়া তোমাৰ সন্মান ক'ত থাকিলহেঁতেন ?

( বৰুৱাই সীতাৰ ওচৰলৈ আহি অলপ নৰম সুৰেৰে কয় )

ৰত্নেশ্বৰ—শুনা, খগেন লৰাটোক মই লৰা হিচাপেহে ভাল পাওঁ। জোঁৱাই কৰি লবলৈ কোনোদিন ভাল নাপাম।

সীতা—আপুনি ভাল পায় অৰূপৰ নিচিনা লৰাক ; জীৱৰামৰ নিচিনা ডেকাক। আপোনাৰহে ছোৱালী, মোৰতো একো নহয়, যিহকে কৰে কৰিব আপুনি।

ৰত্নেশ্বৰ—সীতা, কথাই প্ৰতি খং উঠিলে কাম নিসিজে। শুনা, তুমি খগেনৰ কলেজীয়া শিক্ষাটো দেখি মোহ গৈছা। কিন্তু University-ৰ চাৰি বেৰৰ মাজৰ শিক্ষাই শিক্ষা নহয়। বিৰাট পৃথিবীখনৰপৰা অসীম জ্ঞান আহৰণ কৰাৰ যি অদম্য



স্পৃহা, খগেনৰ চকুৰ মণিত মই সেই স্পৃহা দেখা নেপাওঁ। তাৰ কথা-বতৰা, চাল-চলনত ফুটি নুঠে ডাঙৰ হোৱাৰ, মহৎ হোৱাৰ কিবা অদম্য প্ৰেৰণা।

সীতা—অৰূপৰ ভিতৰতেই দেখে আপুনি সকলো। অৰূপ, অৰূপ—অথচ নিজেই মাতি আহিছিলগৈ অৰূপক, ৰাখিলেনে আপোনাৰ কথা! আহিলেনে এবাৰলৈ!

( বৰুৱাই সতকাই উত্তৰ দিব নোৱাৰিলে। য'তে আছিল তাতে বৈ দৃষ্টি মঞ্চৰ সমুখলৈ থিৰ ৰাখি এটা হুমুনিয়া কঢ়াৰ পিছত লাহে লাহে কবলৈ ধৰে আৰু কোৱাৰ লগে লগে পুনৰ এখোজ দুখোজকৈ গৈ থাকে। )

ৰত্নেশ্বৰ—এৰা, নাহিল সঁচা, অৰূপ নাহিল। কিয় নাহিল কব নোৱাৰিলোঁ, কেৰোণ ক'ত মই ধৰিব নোৱাৰিলোঁ। কিন্তু মোৰ অনুমান—

সীতা—মই যাওঁ—

( সীতা যাবলৈ ওলাই। বৰুৱাই সীতালৈ চাই মাত দিয়ে )

ৰত্নেশ্বৰ—সীতা, শুনা—

( সীতা ৰয়। বৰুৱাই দৃষ্টি সীতাৰ ওপৰত ৰাখি লাহে লাহে তেওঁৰ ওচৰ চাপে আৰু অলপ হাঁহি গহীনাই এটা এটাকৈ সোধে )

ৰত্নেশ্বৰ—ৰেণুৱে পেট ভৰাই ভাত খায়নে নেখায় তুমি চোৱানে ?

সীতা—কিনো কথা কয় আকৌ, নেখাব কেলেই ?

( বৰুৱাই কথাবোৰ কৈ কৈয়েই সীতাৰ কাষৰপৰা আঁতৰি যায় )

ৰত্নেশ্বৰ—তোমালোক মাক, তোমালোকে বুজা লৰাৰ মৰম, তোমালোকে ছোৱালীৰ মৰম নুবুজা। কিন্তু মই বাপেক, মই

যেন বুজোঁ, তাই বোধকৰোঁ নিশাও ভালকৈ নোশোৱে—হোঁ—তুমি যোৱা—তুমি যোৱা সীতা—

( বৰুৱাই কথাবোৰ কোৱাৰ লগে লগে এখন চোফাৰ ওচৰ পায় আৰু কথাৰ শেষত অৱসাদত বহি পৰে। সীতাই বৰুৱাৰ মনটো বুজিব পাৰি একেবাৰে ওচৰলৈ আহি বুজনিৰ সুৰেৰে কয় )

সীতা—আপুনি মিছায়ে চিন্তা-ভাৱনাবোৰ কৰিছে। পৰীক্ষাৰ কাৰণে অলপ বেছিকৈ পঢ়িবলগীয়া হোৱাৰ কাৰণে ক্ষীণাইছে অৱশ্যে, সেইবুলি নুশুব কেলেই, নেখাব কেলেই ?

ৰত্নেশ্বৰ—তোমাৰ আৰু মোৰ মনৰ ভাৱৰ কথা এৰি দিয়া সীতা, ৰেণুৰ মনৰ ভিতৰলৈ আহা—খগেনৰ প্ৰতি তাইৰ মনটো জানানে ?

সীতা—ভাল কথা কৈছে আপুনি! খগেন বুলিলে তাইজনী দেখোন পৰি মৰা—

( বৰুৱাই নিজে নিজেই কোৱাৰ দৰে কয় )

ৰত্নেশ্বৰ—তেনেহলে তাইৰ অভাৱ ক'ত ? খগেনৰ লগতেই যদি তাই মিলিবলৈ বিচাৰে, খগেনৰ লগতেতো তাই সকলো সময়তে মিলিবলৈ পাইছেই—

সীতা—সিহঁত দুয়ো যেতিয়া আনন্দেৰে ফুৰিবলৈ ওলাই যায় মোৰ হিয়া জুৰ পৰি যায়। মই সিহঁতৰ বিয়া পাতিম। আপোনাৰ ভৰিত ধৰিছোঁ, বাধা নিদিব। তাইৰ একো হোৱা নাই, আপুনি মিছায়ে নিজৰ অশান্তি নবঢ়াব।

ৰত্নেশ্বৰ—মোৰ শান্তি অশান্তিৰ পিনে চোৱাৰ আগতে ৰেণুৰ মনৰ শান্তিৰ ফাললৈ চোৱা হলে মই বেছি ভাল পালোঁহেঁতেন সীতা—



( বৰুৱাই আকৌ নিজে নিজেই কবলৈ ধৰে )

ৰত্নেশ্বৰ—মই জানো তাইৰ মনত সুখ নাই।

( বৰুৱাই ৰহাৰপৰা উঠি পৰে আৰু খোজ কঢ়াৰ লগে লগে কয় )

ৰত্নেশ্বৰ—কিন্তু নেজানো, সুখ তাইৰ মনৰপৰা আঁতৰিল কিয় ?

( বৰুৱাৰ কথা বৈ যায়। মাত্ৰ অলপ সময় কিবা ভবাৰ পিছত হঠাতে সীতালৈ চাই কয় )

ৰত্নেশ্বৰ—চাবা, তুমি তাৰ প্ৰমাণ চাবা—জয়ৰাম—জয়ৰাম—

( জয়ৰামক ডাঙৰকৈ মাতে। সীতাই বৰুৱাৰ আচৰণত আচৰিত হয়। জয়ৰাম সোমাই আহে )

জয়ৰাম—দেউতা—

ৰত্নেশ্বৰ—জয়ৰাম, ৰেণু আইদেৱেৰে তোক তাইৰ গহনা আৰু দামী কাপোৰ আদি সকলো দিয়াৰ কথা খুলি ক আয়েৰক।

সীতা—জয়ৰাম, ক'তা তইতো মোক একো কোৱা নাই এইবোৰ ?

জয়ৰাম—আই, আইদেৱে মোক কাকো নকবলৈ বাৰে বাৰে দহোকুৰি শপত দিছিল। তথাপিও মই দেউতাক নকৈ নোৱাৰিলোঁ। মোক সেইবোৰ দি আইদেৱে কান্দি কান্দি কৈছিল—"জয়ৰাম, মোৰ মনত ইমান সুখ নাই যে এইবোৰ পিন্ধি আনন্দ কৰিম, তয়ে নে, তোৰ বোৱেৰ ভনীয়েৰক দিবি"—

( ইফালে সিফালে অহা যোৱা কৰি থাকিয়েই জয়ৰামৰ কথাবোৰ পুনৰ শুনি বৰুৱাই গভীৰ বেদনাত আপ্লুত হৈ পৰে। সীতাই জয়ৰামৰ কথা শুনি আচৰিত হয়। )

সীতা—উস্, মইতো নেজানো এইবোৰ একোকেই ? তাই ক'লৈ গ'ল, সুধিম তাইক সকলো আজি—

( সীতাৰ কথাৰ ওপৰতেই বৰুৱাই অতি গহীনাই কয়। বৰুৱাৰ মাতত গভীৰ বেদনাৰ ছাঁ আৰু সীতাৰ প্ৰতি শাসনৰ সুৰ থাকে। )

ৰত্নেশ্বৰ—প্ৰশ্ন কৰি উত্তৰ পোৱা কথা এইবোৰ নহয় সীতা। তুমি একো নুসুধিবা। সোধা প্ৰশ্ন এইবোৰ নহয়। তাইক তুমি আমনি নকৰিবা, একো নুসুধিবা—মোৰ কথা যেন মনত ৰাখা—

( কথা কৈ কৈয়েই বৰুৱা লাহে লাগে ওলাই যায়। )

সীতা—উস্ একো ততকে ধৰিব পৰা নাই—কি হল তাইৰ—

( খগেন বেগদি সোমাই আহে। )

খগেন—মোৰ দেৰি হ'ল মাহীদেউ—

সীতা—অ' খগেন—তুমি বহুতো দেৰি কৰিলা—ব'লা নেলাগে বহিব, তৎক্ষণাৎ ঘূৰি আহোঁগৈ—ৰবা, মই ভিতৰত কৈ আহোঁগৈ—

( সীতা ভিতৰলৈ সোমাই যায়। খগেন জয়ৰামৰ ওচৰ চাপে। )

খগেন—জয়ৰাম, ৰেণু ক'ত ?

জয়ৰাম—নাই দাদা, কৰবালৈ গৈছে, অহাই নাই।

খগেন—ক'লৈ গৈছেনো ?



( সীতাই হাতত মনি-বেগ এটা লৈ সোমাই আহে। )

সীতা—ব'লা খগেন। জয়ৰাম, তই ৰেণু আহিলে আমি বজাৰলৈ কিবা কিনিবলৈ যোৱা বুলি কবি।

জয়ৰাম—ক'ম আই।

( সীতা আৰু খগেন বাহিৰলৈ ওলাই যায়। জয়ৰামে তেওঁলোকৰ লগত অলপ আগুৱাই যাওঁতেই আনপিনৰপৰা বৰুৱাই মাত দিয়ে। বৰুৱাই চিন্তিত ভাবেই লাহে লাহে সোমাই আহে। )

ৰত্নেশ্বৰ—জয়ৰাম—

জয়ৰাম—দেউতা—

ৰত্নেশ্বৰ—ৰেণু ফিৰিল নে নাই ?

জয়ৰাম—নাই দেউতা।

ৰত্নেশ্বৰ—হোঁ—এতিয়াও এই ৰদখনতে ঘূৰি ফুৰিছে। তই যা—কাম কৰগৈ তোৰ—

( জয়ৰাম ভিতৰলৈ যায়গৈ। ভিতৰৰপৰা ক্লাৰিওনেটৰ গভীৰ এটা সুৰ ভাহি আহিবলৈ ধৰে। বৰুৱাই ইফালে সিফালে অহা যোৱা কৰি চিন্তাত নিমগ্ন হয়। তাৰ পিছত নিজে নিজেই কবলৈ ধৰে )

ৰত্নেশ্বৰ—ৰেণু আৰু অৰূপ—অৰূপ আৰু ৰেণু—ৰেণু অৰূপ—অৰূপ ৰেণু—দুয়ো এক হৈ যোৱা সপোন দেখিছিলোঁ বহুদিন আগৰেপৰাই—কিন্তু সপোন বোধহয় সপোনেই থাকিল—

( বাহিৰৰপৰা ভাহি অহা ৰেণুৰ মাত শুনি বৰুৱা যতে থাকে ৰৈ যায়। ৰেণুৱে বাহিৰৰপৰাই মাকক মাতি মাতি আহি থাকে )

ৰেণু—মা—মা—মা—

( বেণু সোমায়েই হঠাৎ দেউতাকক দেখি একো কব নোৱাৰি তললৈ মুখ কৰে। )

বেণু—অ' দেউতা—

( বৰুৱাই এটা বেজাৰৰ চাৱনি বেণুৰ ওপৰত ৰাখি গহীনাই মাত দিয়ে )

ৰত্নেশ্বৰ—বেণু—

বেণু—কি দেউতা—

ৰত্নেশ্বৰ—ওচৰলৈ আহ—

( বেণু বৰুৱাৰ ওচৰ চাপি আহে। বৰুৱাই অতি মৰমেৰে নিজৰ হাতেৰে বেণুৰ থুতৰিত ধৰি সহানুভূতিৰে সোধে )

ৰত্নেশ্বৰ—তোৰ কি হৈছে আই—

বেণু—মোৰ—একো হোৱা নাই দেউতা—

( বৰুৱাই চকুহুটা ডাঙৰ কৰি বেণুৰ মুখলৈ ভালকৈ চায় আৰু তাৰ পিছত বৰ বিষাদেৰে নিজকেই যেন কবলৈ ধৰে )

ৰত্নেশ্বৰ—একো হোৱা নাই—একো হোৱা নাই—একো হোৱা নাই—

( বৰুৱাই বেণুৰপৰা মুখ ঘূৰাই লাহে লাহে ওলায় যায়। বেণুৱে দেউতাকক wings ৰ সিফাল নোহোৱালৈকে একেথিৰে চাই থাকে আৰু তাৰ পিছত কয় )

বেণু—দেউতাই কিয় এনেকৈ সুধিলে—?

( অলপ বোৱাৰ পিছত ভিতৰলৈ চাই অস্থিৰতাৰে মাত দিয়ে )

বেণু—মা—মা—মা—জয়ৰাম—জয়ৰাম—



( জয়ৰাম সোমাই আহে )

জয়ৰাম—আইদেউ—

বেণু—মা কলৈ গ'ল জয়ৰাম ?

জয়ৰাম—আই অলপ আগেয়ে ওলাই গৈছে আইদেউ—

( বেণুৱে হঠাৎ ধমকৰ সুৰত সোধে )

বেণু—কাৰ লগত গৈছে নকৰ কিয় ?

জয়ৰাম—খগেনদাদা আহিছিল। তেওঁৰ লগত বজাৰলৈ কিবাকিবি কিনিবলৈ গৈছে।

বেণু—অ ; তই যা—

( জয়ৰাম গৈছিলগৈয়ে। বেণুৰ মাতত আকৌ ফিৰে )

বেণু—শুন, এগিলাচ পানী লৈ আহ খাবলৈ—সোনকালে আন।

জয়ৰাম—আনো আইদেউ।

( জয়ৰাম সোমাই যায়। বেণুৱে খঙৰ সুৰত কবলৈ ধৰে )

বেণু—মা মই নাহোঁতেই গুচি যায় কিয়! কি কৰোঁ মই এতিয়া—

( জয়ৰাম হাতত পানীৰ গিলাচ লৈ সোমাই আহে )

জয়ৰাম—এয়া পানী আইদেউ—

বেণু—দে।

( বেণুৱে পানী গিলাচ ঢকঢককৈ একে উশাহতে খাই পেলায়। তাৰ পিছত ওচৰত থকা tepoy এখনত গিলাচটো দলি মাৰি থোৱাদি থৈ জয়ৰামক কয় )

বেণু—তই যা জয়ৰাম—তোৰ কাম কৰগৈ—

( জয়ৰামে ৰেণুক অশান্ত আৰু অস্থিৰ দোখ একেথিৰে ৰেণুৰ মুখলৈ চাই থাকি লাহেকৈ মাতে )

জয়ৰাম—আইদেউ—

ৰেণু—কি হ'ল ?

জয়ৰাম—তোমাৰ কিবা হৈছে নেকি আইদেউ ?

( ৰেণুৱে জিকাৰ খাই উঠি জয়ৰামক ধমক লগাই কয় )

ৰেণু—তোক কিয় লাগিছে মোৰ কি হৈছে ! যা ইয়াৰ পৰা গুচি—

জয়ৰাম—যাওঁ আইদেউ—

( জয়ৰাম তলমুৰাকৈ গিলাচটো হাতত লৈ ওলাই যায়। ৰেণুৰ অশান্ত মন বেছি অস্থিৰ হৈ পৰে কিন্তু যেন একোৱেই হোৱা নাই তেনেকুৱা ভাৱ প্ৰকাশ কৰিবলৈ চেষ্টা কৰে )

ৰেণু—মোৰ কি হৈছে ? মোৰ একো হোৱা নাই। তেনেহলে দেউতাই কিয় সুধিলে এনেকৈ ? জয়ৰামেও আকৌ কিয় সুধিলে একে কথাকেই ? মোৰ, মোৰতো একো হোৱা নাই ! চাওঁ আইনাখন—

( ৰেণু আইনাৰ কাষলৈ বেগেৰে গৈ মুখখন একেবাৰে আইনাত লগায়েই নিজক খুব ভালকৈ চাই লোৱাৰ পিছত আইনালৈ চাই থাকি কয় )

ৰেণু—ক'তা—মই দেখোন সেই শান্তশিষ্ট ধুনীয়া ৰেণুজনীয়েই আছোঁ। ঠিক্ আছোঁ, বেচ্ আছোঁ—

( ৰেণু আইনাৰ কাষৰপৰা আঁতৰি আহি নিজে নিজেই কবলৈ ধৰে )

ৰেণু—এতিয়াই গা ধুমগৈ—তাৰ পিছত মা আহিলে ভাত খাম—খগেনদাকো আজি ইয়াতেই খাবলৈ ক'ম। তাৰ পিছত খাই বই খগেনদাৰ লগত খুব গল্প কৰিম। তাৰ পিছত



ফুৰিবলৈ ওলাই যাম। তাৰ পিছত—তাৰ পিছত ফুৰাৰ বাটত, এবাৰ—এবাৰ খবৰ লম অৰূপদাৰ—

( অৰূপৰ নামত ৰেণুৰ কথা বৈ যায়। চকু তিতি উঠে। মাত গধুৰ হয়—অস্ফুট মাতেৰে ৰেণুৱে কবলৈ ধৰে )

ৰেণু—অৰূপদা—অৰূপদা—অৰূপদাক মটৰে চেপিছে—

( ৰেণু যেন একেবাৰে ভাঙি পৰে। কথা কব নোৱাৰে কিছু সময়লৈ। ওঠ দুটা কেঁকুৰি উঠে ঘনে ঘনে। তাৰ পিছত তৎক্ষণাৎ নিজক ডাঠ কৰি লবলৈ চেষ্টা কৰে। যেন তেওঁৰ মনৰ একোৱেই হোৱা নাই তেনেকুৱা প্ৰকাশ-ভঙ্গীৰ চেষ্টাৰে কবলৈ ধৰে—)

ৰেণু—চেপক—মোৰ তাতে কি হল ! অৰূপদা মোৰ কোন ? একো নহয়, একো নহয়—অৰূপদা মোৰ কোনো নহয়—মই নেভাবোঁ—মই নেভাবোঁ—

( খগেন সোমাই আহে )

খগেন—ৰেণু—

ৰেণু—অ' খগেনদা—

( ৰেণুৱে মনৰ স্বাভাৱিক অৱস্থালৈ ফিৰি আহিবলৈ আপ্ৰাণ চেষ্টা কৰে )

খগেন—ৰেণু, তুমি কলৈ গৈছিলা ৰেণু ?

ৰেণু—আপোনালোক বজাৰলৈ গৈছিল নহয় ?

খগেন—নগলোঁ ৰেণু, অলপ গৈয়েই মাহীদেউক ফাঁকি দি বাটৰপৰা ফিৰিলোঁ। আহিয়েই তোমাক নেপাই ইমান বেয়া লাগিছিল। সেই কাৰণে ফাঁকি দি তৎক্ষণাৎ ফিৰিলোঁ।

( সীতাই বাহিৰৰপৰা মাতি মাতি সোমাই আহে )

সীতা—ৰেণু, ৰেণু আহিলিনে ?

বেণু—মা—আহিছোঁ মা—

সীতা—বেণু, তাক বহু কথা সুধিবলগীয়া আছে—

বেণু—কি কথা মা ?

( সীতাই কবলৈ ওলায়ো কথাটো নকলে। হয়তো খগেন থকা কাৰণে বা যত্নেশ্বৰে বেণুক একো সুধিবলৈ হাক দিয়াৰ কাৰণে )

বেণু—কি সুধিবি মা ?

সীতা—একো নহয় অ'। এনেয়ে কলোঁ, খগেন নেযাবা, মই আহিছোঁ।

( সীতা যাব খোজাত বেণুৱে মাত দিলে। খগেনে বেণুৰ অস্থিৰতা বুজি পাই বেণুলৈ চাই থাকে )

বেণু—অ' মা, খগেনদায়ো ইয়াতেই খাই যাব আজি।

সীতা—ভাল শুদা ভাতগাল খুৱাব খুজিছ তই।

বেণু—হওক। আপুনি খাব লাগিব খগেনদা।

সীতা—থাকা খগেন, শুদাই নিকাই দুটা খাই যোৱা, তাই ইচ্ছা কৰিছে।

খগেন—থাম বেণু। কিন্তু তোমাক ইমান অস্থিৰ দেখিছোঁ কেলেই ?

বেণু—অস্থিৰ ? ক'তা— ?

( সীতা যাব খোজোঁতে বেণুৱে খগেনৰ কথা এৰাবলৈ আকৌ মাকক মাত দিয়ে )

বেণু—অ' মা—

সীতা—কি হল— ?

বেণু—এটা কথা শুনিছনে নাই ?



সীতা—কি কথা ?

বেণু—আপুনিও শুনা নাই খগেনদা ?

খগেন—জানো, কি বা খবৰ শুনিলা তুমি—

বেণু—লতিকাৰ—লতিকাৰ ডাঃ জীৱ বৰুৱাৰ লগত বিয়া ঠিক হৈছে—

খগেন—সঁচানেকি বেণু ! ইয়াতকৈ ছোৱালীজনীক পানীত পেলাই দিয়াই ভাল। হাঃ হাঃ হাঃ—

সীতা—তোমাৰ কথা বুজি পোৱা নাই খগেন। বিয়া হব ভালৰহে কথা—

( বেণুৱে মাকৰ কথাত একেবাৰে খং খাই উঠে )

বেণু—কেতিয়াও নহয় মা—কেতিয়াও নহয়—

খগেন—বেণু, তুমি ইমান উত্তেজিত হৈছা কেলেই ?

বেণু—কিয় নহম খগেনদা ? জানে, জানে এই সকলোবোৰ অৰূপদাৰ কাম ?

সীতা—বেণু, অৰূপৰ নো কি স্বাৰ্থ আছে তাত ?

বেণু—আছে মা—তই নুবুজিবি। মনত নাই, সেই উৎসৱৰ দিনা—কৈছিলোঁ যে, জীৱৰামৰ নিচিনা অসৎ মদপী মানুহৰ লগত বন্ধুত্ব ৰাখিলে, আমাৰ ঘৰত, আমাৰ ঘৰত আহিবলৈকে হাক দিছিলোঁ যে— ?

খগেন—কিন্তু বেণু, জীৱৰামৰ লগত লতিকাৰ বিয়াৰ সম্বন্ধ লৈ প্ৰতিশোধৰ কথা কেনেকৈ উঠে বুজি নেপালোঁ—

সীতা—ময়ো দেখোন তোৰ কথা একো বুজি পোৱা নাই—

( কোনেও বেণুৰ কথা বুজি নোপোৱাত বেণু বেছি অস্থিৰ হৈ পৰে। ভালকৈ বুজাবলৈ গৈ কথাবোৰ টানি কৰলৈ ধৰে )

বেণু—কোনেও একো নুবুজ তহঁতে—লতিকাৰ আৰু মোৰ যে বহু দিনৰেপৰা খুব বন্ধুত্ব—সেই কথা নেজানেনেকি? আৰু সেই কাৰণেই লতিকাক হাত কৰি জীৱৰামৰ লগত সাঙুৰি দিয়াটোৰেই যে মোৰ ওপৰত ডাঙৰ প্ৰতিশোধ লোৱা—

খগেন—তাৰ মানে?

বেণু—তাৰ মানে, তেওঁৰ যি বন্ধুক মই ঘিণ কৰোঁ, সেইজনকেই মোৰ বন্ধু লতিকাই ঘিণ নকৰে। লতিকাক—লতিকাক মোৰ বিৰুদ্ধে নিয়ালে। ইয়াতোকৈ ডাঙৰ প্ৰতিশোধ আৰু কি হব পাৰে খগেনদা?

সীতা—জানো আই, একো বুজি নেপাওঁ তোৰ কথা—মই আহিলোঁ ভিতৰলৈ—

( সীতা ভিতৰলৈ যায়। বেণুৱে অভিমানৰ সুৰত নিজে নিজেই কয় )

বেণু—নুবুজতো—কোনেও নুবুজে মোৰ কথা। নেলাগে বুজিব—নেলাগে বুজিব, নেলাগে বুজিব—

( খগেন বেণুৰ একেবাৰে কাষলৈ আহে )

খগেন—বেণু, এৰি দিয়া পৰৰ কথা! মই এতিয়া বুজি পাইছোঁ, এই কথা লৈয়েই তুমি ইমান অস্থিৰ হৈ পৰিছা! আনৰ কথা লৈ মনত অশান্তি নানিবা বেণু। তুমি আৰু মই, মই আৰু তুমি, ইয়াৰ মাজত কোনো কথা, কোনো চিন্তাকে আহিব নিদিবা বেণু—আমি দুয়ো হম দুয়োৰো চিৰদিনৰ কাৰণে। এই আনন্দ, এই সুখৰ কথা ভাবা বেণু—



( খগেনৰ কথাৰ ওপৰতে বেণুৱে আৱেগেৰে খগেনক সোধে )

বেণু—খগেনদা, খগেনদা, মনত থাকিবতো এইবোৰ কথা? মনত থাকিবতো—আপুনি, আপুনিও মোক পাহৰি নেযায়তো—

(—আৱেগত বেণুৰ চকুপানী বাগৰি যায়। বেণুৱে কান্দে। ভিতৰৰ-পৰা এটা পাতল সুৰ ভাহি আহিবলৈ ধৰে। বেণুৱে চকু মচি মচি খগেনৰ কাষৰপৰা আঁতৰি আহি চকী এখনত বহি পৰে। খগেন বেণুৰ ওচৰ চাপি আহে )

খগেন—কিয় এনেবোৰ কথা তুমি আজি কৈছা বেণু? তুমি কান্দিছা? নেকান্দিবা বেণু নেকান্দিবা—চকু মচা—তোমাৰ মনটো আজি বেয়া—বলা, আবেলি আমি চিনেমা চাবলৈ যাওঁ সকলোৱে। তেতিয়া হলে তোমাৰ মন ভাল হৈ যাব একেবাৰে—

( বেণুৱে চকু মচি লৈ খগেনলৈ নেচাই মঞ্চৰ সমুখলৈ দৃষ্টি থিৰ ৰাখি লাহে লাহে কয় )

বেণু—আজি আৰু নেযাওঁ খগেনদা—মোৰ ভাল লগা নাই।

খগেন—কিয় বেণু?

বেণু—এনেয়ে—

খগেন—English picture, "A Street Car Named Desire" Vivian Lee-ৰ অপূৰ্ব্ব psychological অভিনয়, খুব ভাল লাগিব তোমাৰ—

বেণু—একোৱেই যেন আজি ভাল নেলাগে মোৰ—

( খগেনৰো অভিমানে মূৰ দাঙি উঠে। অলপ সময় ৰৈ বেণুক আকৌ সোধে )

খগেন—বেণু, তেন্তে মোকো ভাল নেলাগে নহয়?

( ৰেণুৱে বহাৰপৰা উঠি মঞ্চৰ আগলৈ লাহে লাহে কেইখোজ মান যায় আৰু তাৰ পিচত কয় )

ৰেণু—কব নোৱাৰোঁ—

( খগেনে আওপাকে ভাবে। অভিমানৰ লগে লগে সামান্য খঙো খগেনৰ মনৰ মাজত উদয় হয় )

খগেন—কব নোৱাৰা ? ভাল কথা, মই আহিলোঁ ৰেণু !

( খগেনে উচাৎ মাৰি যাব খোজোঁতেই ৰেণুৱে ততালিকে খগেনলৈ ঘূৰি আবেগেৰে কয় )

ৰেণু—খগেনদা ! নেযাব খগেনদা—

( খগেন ৰয় আৰু ৰেণুলৈ ঘূৰি চায় )

খগেন—ৰেণু—

( ৰেণু খগেনৰ একেবাৰে ওচৰ চাপে আৰু আগতকৈও বেছি আৱেগেৰে কয় )

ৰেণু—নেযাব খগেনদা, নেযাব—

খগেন—নহয় ৰেণু। তোমাৰ যেতিয়া ভাল লাগিব, তুমি যেতিয়া কব পৰা হবা, প্ৰাণৰ অস্থিৰতা তোমাৰ যেতিয়া কমিব, তেতিয়া আহিম। তাৰ আগেয়ে নহয়। তোমাক মই আমনি নকৰোঁ, মই আহিলোঁ। মাহীদেউক কবা।

( খগেন বেগেৰে গুচি যায়। ৰেণু লাহে লাহে মঞ্চৰ মাজ পায়হি। তাৰ পিছত নিজে নিজে গধুৰ মাতেৰে কবলৈ ধৰে )

ৰেণু—যাওক—আপুনিও যাওক। মোৰ ওপৰত এনেকৈয়ে খং কৰি সকলো যাওক গৈ—অৰূপদা—অৰূপদাও এদিন গৈছিল, কিন্তু এইদৰে নহয়। ময়েই সেইদিনা যাবলৈ



কৈছিলোঁ অৰূপদাক। কিন্তু, মই একেবাৰেতো যাবলৈ কোৱা নাছিলোঁ। কৈছিলোঁ যদি মই ভুলকৈ কৈছিলোঁ সেই কাৰণেইনেকি মোৰ কাষৰপৰা আঁতৰি পৰিল ; এদিন, দুদিন বা এবছৰ দুবছৰৰ কাৰণে নহয়, একেবাৰে চিৰদিনলৈ বুলি ভাবি—

( সীতাই বাহিৰৰপৰাই ৰেণুক মাতি মাতি সোমাই আহে )

সীতা—ৰেণু, তহঁত আহ—

( খগেনক নেদেখি ইফালে সিফালে চাই লৈ সীতাই সোধে )

সীতা—ক'তা, খগেন ক'লৈ গ'ল ?

( ৰেণুৱে সীতালৈ নেচায়েই উদাস দৃষ্টিৰে কয় )

ৰেণু—গ'লগৈ মা—

সীতা—গ'লগৈ ? তয়ে খাবলৈ কৈ তয়ে নেৰাখিলি !

ৰেণু—গ'লে মই কেনেকৈ ৰাখিম মা—

সীতা—জোৰকৈ নেৰাখিলি কিয় ? মিছাকৈয়ে চৰুত সোমালোঁগৈ। আহ, এতিয়া তয়ে আহ।

( সীতা ভিতৰলৈ যাবলৈ ওলায়। ৰেণুৱে মাত্ৰ কেইখোজমান সীতাৰ অনুসৰণ কৰি হঠাৎ ৰৈ যায় আৰু কয় )

ৰেণু—ময়ো নেখাওঁ মা—

সীতা—কিয় ?

ৰেণু—খাব নোৱাৰিম—মই নেখাওঁ।

সীতা—কিয় নোৱাৰিবি ?

ৰেণু—কেনেকৈ বুজাম তোক ?

সীতা—কি হৈছে খুলি নকৱ কিয় ?

( ৰেণু সীতাৰ কাষৰপৰা আঁতৰি আহে )

ৰেণু—কব যে নোৱাৰো মা—

সীতা—কিয় কব নোৱাৰিবি ?

ৰেণু—নোৱাৰিলে কি কৰিব ?

সীতা—কব লাগিব। ক—নকৱ কিয় ?

( ৰেণুৱে কবলৈ চেষ্টা কৰে কিন্তু নোৱাৰে )

ৰেণু—মুখ যে নুফুটে মা—

( সীতা ৰেণুৰ ওচৰলৈ আহে আৰু অলপ আচৰিত হোৱা ধৰণেৰে সোধে )

সীতা—কেলেই নুফুটিব—ৰেণু ক তোৰ কি হৈছে ?

ৰেণু—মুখ ফুটিলেও, কথা বুকুত ৰৈ যায় মা।

সীতা—ৰেণু তই মোক উতলা নকৰিবি, ক কি হৈছে তোৰ, সোনকালে ক—

( ৰেণুৱে অতি কষ্টেৰে কবলৈ চেষ্টা কৰে )

ৰেণু—ইমান ডাঙৰ দুৰ্ঘটনাৰ পিছত—

( সীতা অস্থিৰ হয় আৰু ৰেণুৰ বাহুত ধৰি সুধিবলৈ ধৰে )

সীতা—দুৰ্ঘটনা ? কি দুৰ্ঘটনা—

( ৰেণু কন্দনামুৱা হয়। গল ভিজি উঠে আগৰেপৰাই। কথা নুফুটে, কিন্তু অশেষ চেষ্টা কৰি কোনোমতে কৈ পেলায় )

ৰেণু—মটৰ এক্সিডেণ্ট—মটৰ এক্সিডেণ্ট মা—



সীতা—কাৰ মটৰ এক্সিডেণ্ট—নকৱ কিয় ?

ৰেণু—অৰূপদাৰ—মা—

( ৰেণুৱে কথাষাৰৰ লগে লগে একেবাৰে হুকহুকাই কান্দিবলৈ ধৰে আৰু লগে লগে মাকৰ কাষৰপৰা এখন wingৰ কাষলৈ আহি wingত ধৰি বাহুৰ মাজত মুখ লুকাই বেছিকৈ কান্দিবলৈ ধৰে। ৰেণুৰ কথাৰ শেষত ভিতৰত মিউজিক ডাঙৰকৈ বাজি উঠে )

সীতা—ৰেণু—তই ইমানপৰে তাকে কোৱা নাই কিয় ?

( সীতাই অস্থিৰ হৈ ডাঙৰকৈ মাতে )

সীতা—জয়ৰাম—জয়ৰাম—জয়ৰাম—

( জয়ৰামে ভিতৰৰপৰাই ডাঙৰকৈ মাতি মাতি বেগাই সোমাই আহে )

জয়ৰাম—আই—আহিছোঁ আই।

( জয়ৰামৰ মাতৰ ওপৰতেই সীতাই খৰকৈ আৰু ডাঙৰকৈ কয় )

সীতা—জয়ৰাম, দেউতাৰক ক—অৰূপক মটৰে চেপিছে—

( বকুৱাই উদ্বেগ অথচ স্থিৰ দৃষ্টিৰে ভিতৰৰ পৰাই ডাঙৰ মাতেৰে কৈ কৈ মঞ্চৰ পিছ দুৱাৰেদি সোমাই আহে আৰু দূৰতেই বৈ কথাখিনি শেষ কৰে )

ৰত্নেশ্বৰ—অৰূপক মটৰে চেপিছে—অৰূপক মটৰে চেপিছে—কোনে কলে— ?

সীতা—ৰেণুৱে—

ৰত্নেশ্বৰ—ৰেণু—অৰূপক মটৰে চেপিছে—তই মোক জনোৱা নাই কিয় ইমান পৰে ?

সীতা—জয়ৰাম, তই সোনকালে ড্ৰাইভাৰক গাড়ী উলিয়াবলৈ ক—

( জয়ৰাম ভিতৰলৈ লৰ দিয়ে। বকুৱা য'তে আছিল এখোজো নলৰি তাৰেপৰাই গভীৰ উৎকণ্ঠা আৰু স্নেহৰ চাৱনিৰে ৰেণুলৈ চাই থাকি যেন কিবা কব খোজে। সীতাই মাত্ৰ এবাৰ বকুৱালৈ চায়েই কথা কৈ বেগাই ৰেণুৰ ওচৰ চাপে )

সীতা—বলক আমি যাওঁ। ৰেণু আহ—তয়ো আহ—

( ৰেণুৱে কন্দাৰ সুৰতেই অস্থিৰভাৱে মাকক কয় )

ৰেণু—তইঁত যা মা, খবৰ কৰগৈ—মই নেযাওঁ—মই নেযাওঁ—

( সীতাই ৰেণুৰ বাহুত ধৰি ৰেণুৰ কথাৰ ওপৰতেই খৰকৈ কয় )

সীতা—নেযাবি কিয় ? আহ—

ৰেণু—মই নেযাওঁ—মই—

( সীতাই ধমক দি ৰেণুক নিবলৈ জোৰ কৰে )

সীতা—আহ—নেযাবি কিয় ?

( সীতাৰ কথাৰ ওপৰতে বকুৱাই ঠিক আগৰ থকা ঠাইৰে পৰাই ডাঙৰকৈ আদেশৰ সুৰত কয় )

ৰত্নেশ্বৰ—সীতা—তুমি অকলে যোৱাগৈ—

( সীতাই হতভম্ব হৈ ৰেণুক জোৰ কৰিবলৈ এৰি বকুৱাৰ মুখলৈ চাই ৰয়। বকুৱাই ঠিক আগৰদৰে ডাঙৰকৈয়ে অথচ বেদনাপূৰ্ণ মাতেৰে এটা এটাকৈ ৰেণুলৈ চাই কয় )

ৰত্নেশ্বৰ—ৰেণু তই যা—এতিয়াই গোঁসাই ঘৰত এটা ঘিউৰ চাকি দেগৈ—



( বকুৱাৰ কথাত ৰেণুৱে ততালিকে দেউতাকলৈ মুখ ঘূৰাই চিঞৰি উঠে )

ৰেণু—দেউতা—

( বকুৱাই এখোজো নলৰি সোঁহাতখন ৰেণুলৈ মেলি আৱেগ, সহানুভূতি আৰু ভঙা মাতেৰে কয় )

ৰত্নেশ্বৰ—ৰেণু !

( ৰেণু থিৰেৰে ৰব নোৱাৰে। "দেউতা" বুলি দৌৰ মাৰি বাপেকৰ কাষ পায়হি আৰু বাপেকৰ বুকুৰ মাজত মূৰটো সুমুৱাই "দেউতা—দেউতা" বুলি আকৌ হুকহুকাই কান্দিবলৈ ধৰে )

ৰেণু—দেউতা—দেউতা—দেউতা—

( বকুৱাই বাপেকীৰ সকলোখিনি মৰমেৰে ৰেণুক বুকুৰ মাজত সুমুৱাই সাৱটি লয় আৰু ভগা মাতেৰে কোনোমতে কয় )

ৰত্নেশ্বৰ—ৰেণু—মা—

**লগে লগে আগত**

**আঁৰকাপোৰ**

## পঞ্চম দৃশ্য

[ ডাঃ জীৱৰামৰ Nursing Homeৰ একাংশ। কোঠাটোৰ background suggestion হব কলা কাঠৰ বাতামৰ সৈতে একেবাৰে বগা ৰঙৰ বেৰ। বেৰৰ খিৰিকী আৰু দুৱাৰত বগা পৰ্দা। কোঠাৰ পোহৰ কম পৰিমাণে থাকিব। মঞ্চৰ সমুখ ভাগৰপৰা মাত্ৰ চাৰিহাতমান অন্তৰত এফালৰ wingsত লগাকৈ fowlers positionৰ এখন Lawson Tail bed থাকিব। Bedৰ ওপৰত অৰূপক fowlers positionত ৰাখিব লাগিব। তেনেকুৱা Bed নেপালে সাধাৰণ hospital bedতে back rest আৰু knee rest দি fowlers position maintain কৰিব লাগিব। Wingsৰ পিনে অৰূপক মূৰ কৰি শুওৱা হব। ভৰিপিনৰপৰা অলপ আঁতৰত এখন Dressing trolley. তাৰো আঁতৰত ইফালৰ wingsৰ কাষত বগা ৰং লগোৱা এখন ওখ কাঠৰ টেবুল। টেবুলৰ ওপৰত হাত ধুবৰ কাৰণে চৰিয়া, জাগ আৰু চাবোন। ওচৰতে এখন চকী। চকীখনৰ ওপৰত এখন টাৱেল। মঞ্চৰ ঠিক মাজডোখৰত আন এখন টেবুলৰ ওপৰত kidney dish with intramascular injecton syringe আৰু needle, কেইটামান injectionৰ এম্পিউল, দৰবৰ বটল। বিছনাৰ পিছফালে অৰূপৰ মূৰ শিতানত আন এখন টেবুলৰ ওপৰত এখন fan আৰু কাষতে কাগজ কলম আৰু এটা ঘড়ী। তাৰে কাষতে এখন চকীত বহি শুশ্ৰূষাৰতা লতিকা। বেৰত Temparature, pulse আদি record কৰা chart এখন with frame ওঁৰা থাকিব। ইয়াৰ উপৰিও Doctor's bag, Stethoscope আদি বস্তুবোৰ থাকিব। মঞ্চৰ পিছফালৰ মাজডোখৰত এখন easy-chairও পৰা থাকিব। অৰূপৰ ভৰিত Intravenous Saline infusionৰ set fit কৰা থাকিব। মূৰ আৰু গাত Bandage বন্ধা থাকিব। হাতত Blood-



pressure instrumentৰ rubber tap বন্ধা। বিছনাৰ ওপৰত instrumentটো থাকিব।

আঁৰকাপোৰ উঠাৰ আগৰে পৰাই ভিতৰৰপৰা ভাহি অহা ক্লাৰিওনেটৰ করুণ সুৰে দৰ্শকৰ মন গধুৰ কৰি তোলে। লাহে লাহে আঁৰকাপোৰ উঠাৰ লগে লগে দেখা যায়—ডাঃ চৌধুৰীয়ে অৰূপৰ মূৰৰ ওচৰত এখন চকীত বহি সংজ্ঞাহীন অৰূপৰ Blood pressure examinationত একান্তমনে নিমগ্ন। চৌধুৰীৰ সহকাৰী ডাঃ বৰাই চৌধুৰীৰ ওচৰত থাকি চৌধুৰীক সহায় কৰাত ব্যস্ত। জীৱৰাম আৰু লতিকাই উৎকণ্ঠাৰে চাই থাকে। 'ফকাচ' লাইটৰ পোহৰে চৌধুৰীৰ মুখৰ ভাববোৰ দৰ্শকৰ আগত স্পষ্টকৈ প্ৰকাশ কৰে। ভিতৰৰ করুণ সুৰে পৰিস্থিতিৰ গভীৰতা ক্ৰমে বঢ়াই দিয়ে। মঞ্চ একেবাৰে নিতাল আৰু নিস্তব্ধ।

প্ৰায় দুই মিনিটমানৰ পিছত চৌধুৰীয়ে গভীৰ চিন্তামগ্ন অৱস্থাতেই বহাৰপৰা লাহে লাহে উঠে। ডাঃ বৰাই instrumentটো সামৰে। চৌধুৰী লাহে লাহে চৰিয়া থকা টেবুলৰ ওচৰলৈ আহে আৰু হাত দুখন আগবঢ়াই দি চকুদুটা অৰূপৰ ওপৰত ৰাখে। লতিকায়ো চৌধুৰী অহাৰ লগে লগে চৌধুৰীৰ ওচৰ পায় আৰু চাবোন চৌধুৰীৰ হাতত তুলি দিয়ে ; জাগটোৰে পানী ঢালি দিয়ে। চৌধুৰীয়ে হাত ধোৱাৰ পিছত লতিকাই জাগটো থৈ টাৱেলখন দাঙি ধৰে। চৌধুৰীয়ে হাত মচি টাৱেলখন লতিকাৰ হাতত দি ভাবি ভাবিয়েই মঞ্চৰ একেবাৰে সমুখ পায়হি। জীৱৰামে উৎকণ্ঠাৰে চৌধুৰীৰ কাষে কাষে থাকি চৌধুৰীৰ মুখলৈ চাই থাকে। মঞ্চৰ মাজ পোৱাৰ পিছত চৌধুৰীয়ে ইমান পৰৰ মূৰততে জীৱৰামলৈ মাত্ৰ এবাৰ চায়। তাৰ পিছত সমুখলৈ মুখ ৰাখি লাহেকৈ মাত দিয়ে। ]

চৌধুৰী—জীৱ—

জীৱৰাম—Yes Sir.

চৌধুৰী—He is in profound shock.

জীৱৰাম—Pulse haemorrhagic, Sir.

চৌধুৰী—Naturally. Lower abdominal injury. Pulse haemorrhagic হোৱা স্বাভাবিক। তুমিতো বুজাই—

( চৌধুৰীয়ে আৰু একো নকয়। জীৱৰামে চৌধুৰীলৈ চাই থাকি সোধে )

জীৱৰাম—কিন্তু Prognosis Sir ?

চৌধুৰী—Prognosis ?

( চৌধুৰীয়ে আকৌ অলপ বৈ জীৱৰামলৈ চাই কয় )

চৌধুৰী—Be courageous. Be courageous—

জীৱৰাম—কিন্তু sense, Sir ?

( চৌধুৰীয়ে থকা ঠাইৰেপৰাই এবাৰ অৰূপক ঘূৰি চাই লৈ কবলৈ ধৰে )

চৌধুৰী—Sense হয়তো অলপ পিছত আহিব পাৰে আৰু তেতিয়া কথা কবলৈও বিচাৰিব পাৰে, কিন্তু খুব সাৱধান, কথা কবলৈ একেবাৰে নিদিবা—

জীৱৰাম—বুজিছোঁ Sir.

( চৌধুৰীয়ে আকৌ অলপ বৈ জীৱৰামৰ গোটেইটো দেহৰ ওপৰত চকু ফুৰোৱাৰ পিছত কয় )

চৌধুৰী—আৰু তুমি নিজে যেতিয়া আছা, আন attending physicianৰ কোনো দৰ্কাৰ নাই। তুমি খুব carefully watch কৰিবা।



জীৱৰাম—কিন্তু মই জানো পাৰিম Sir ! মই যে একেবাৰে অস্থিৰ হৈ পৰিছোঁ।

( চৌধুৰীয়ে জীৱৰামৰ কান্ধত এখন হাত ৰাখি সৰু অথচ স্পষ্ট মাতেৰে কয় )

চেধুৰী—After all you are a doctor, Jibram, and work like a doctor.

জীৱৰাম—মুঠতে আপোনাৰ ভাব কেনেকুৱা হল Sir—

চৌধুৰী—Have patience জীৱৰাম—

( চৌধুৰীয়ে অলপ ৰোৱাৰ পিছত জীৱৰামলৈ চাই আকৌ কয় )

চৌধুৰী – আৰু শুনা—এজনী Nurse.

জীৱৰাম—হয়—

( লতিকা বহাৰপৰা উঠে আৰু চৌধুৰীৰ ওচৰলৈ গৈ লাহেকৈ কয় )

লতিকা – ময়ে আছোঁ – মোক থাকিবলৈ দিয়ক ওচৰত—

জীৱৰাম—লতিকা—

( চৌধুৰীয়ে লতিকালৈ চাই মৰমেৰে কয় )

চৌধুৰী—Good, তুমি জানো পাৰিবা আই— ?

লতিকা – পাৰিম, Sir.

চৌধুৰী – বেছ—

( চৌধুৰী লাহে লাহে অৰূপৰ ওচৰলৈ যায় আৰু হালি এবাৰ অৰূপক চাই লোৱাৰ পিছত জীৱৰামলৈ ঘূৰি জীৱৰামক কয়। লতিকাই অৰূপৰ ভৰি-হাতৰ কাপোৰ ঠিক কৰি দি আগৰ ঠাইত বহেগৈ )

চৌধুৰী—জীৱৰাম—Sense পালেই তুমি মোক immediately

খবৰ দিবা। আৰু—এওঁ থাকিলেও Nurse এজনী থাকিবলৈ দিয়া।

জীৱৰাম—হয় Sir.

( চৌধুৰীয়ে একেথিৰে আকৌ কেইমুহূৰ্ত্তমান অৰূপলৈ চাই লোৱাৰ পিছত ষ্টেথিস্কোপদাল গলৰপৰা খুলি এপ্ৰনৰ জেপত সামৰি লোৱাৰ লগে লগে কয় )

চৌধুৰী—Sense পালেই কিন্তু খবৰ দিবা! মই এতিয়া আহোঁ—

( ডাঃ বৰাই 'হেট'টো তুলি চৌধুৰীৰ হাতত দিয়ে। চৌধুৰীয়ে পিন্ধি গহীনাই খোজ দি wingsৰ কাষ পাওঁতেই জীৱৰামে তেওঁৰ মানসিক অস্থিৰতা আৰু অধৈৰ্য্যৰ কাৰণে চৌধুৰীক লাহেকৈ কয় )

জীৱৰাম—Sir!

( চৌধুৰীয়ে জীৱৰামলৈ ঘূৰি জীৱৰামৰ মানসিক অৱস্থা হৃদয়ঙ্গম কৰিব পাৰি আবেগ আৰু সহানুভূতিৰে খুব সৰুকৈ জীৱৰামক কয় )

চৌধুৰী—জীৱ—I understand your feelings. But remember, we are doctors. Let us render our services. There is God above all—

( চৌধুৰী ওলায় যায়। বৰাইও চৌধুৰীৰ পিছ লয়। জীৱৰামে নিজক মুহূৰ্ত্ততে ডাঠ কৰি লৈ চৌধুৰীৰ বেগটো নিজৰ হাতত তুলি কিষণক মাত দিয়ে )

জীৱৰাম—কিষণ—

( কিষণ সোমায়েই অৰূপলৈ এটা অতি কৰুণ চাৱনিৰে চাই জীৱৰামক কয় )

কিষণ—জী—



জীৱৰাম—Bag গাড়ীমে উঠা দো।

কিষণ—জী—

( কিষণে বেগটো লয় আৰু অৰূপলৈ চাই চাই বাহিৰলৈ যায়গৈ। জীৱৰামে লাহে লাহে অৰূপৰ ওচৰলৈ আহি লতিকাক কয়। )

জীৱৰাম—লতিকা, তুমি ওচৰত থাকা। মই নাৰ্চৰ ব্যৱস্থা কৰোঁগৈ আৰু ৰেণুক আহিবলৈ এটা খবৰ দিওঁগৈ।

লতিকা—নেলাগে মাতিব। কাৰ কাৰণে আজি অৰূপ ককাইদেউৰ এনেকুৱা হ'ল—কাৰ কাৰণে? আকৌ সেই ৰেণুকেই? নেলাগে মাতিব—

জীৱৰাম—নহয় লতি, সেই কাৰণেইতো ৰেণুৰ দৰ্কাৰ আজি সকলোতকৈ বেছি। তুমি থাকা—মই এতিয়াই আহিছোঁ—

( জীৱৰাম ওলাই যায়গৈ। অকলশৰীয়া হৈ থকাত লতিকাই অৰূপৰ মুখৰ ওচৰলৈ মুখ আনি অৰূপক চাই চাই অভিভূত হৈ পৰে। তাইৰ বুকুৰ সকলোখিনি আৱেগ আৰু মৰমেৰে যেন অৰূপক মাতিবলৈ বিচাৰে )

লতিকা—অৰূপ ককাইদেউ—অৰূপ ককাইদেউ—

( লতিকাই হঠাৎ কান্দি পেলায়। দুই হাতৰ তলুৱাৰ মাজত মুখ লুকুৱাই বেছিকৈ কান্দিবলৈ ধৰে। লতিকাই কান্দি থকাৰ মাজতেই কিষণ লাহে লাহে সোমাই আহে। কিষণৰ চকু-মুখ ভীতিপূৰ্ণ। তাৰ ভয় হয়তো বা লতিকায়ো তাক তাৰ বাবুৰ ওচৰলৈ আহিবলৈ নিদি খেদি দিব। সি লাহে লাহে অৰূপৰ ওচৰ চাপে। অতি কৰুণ ভাবে অৰূপলৈ চাই লতিকাক কন্দা দেখি লাহেকৈ মাত দিয়ে )

কিষণ—আপভি ৰো-ৰোহী হ্যাঁয়—

( কিষণৰ মাতত লতিকাই উচপ খাই উঠে আৰু নিজৰ ভাবাবেগ লুকুৱাবলৈ চকুৰ পানীবোৰ ততালিকে মচি অৰূপৰ শুশ্ৰূষাত ব্যস্ত থকাটো দেখুৱায়। লতিকাই একো নোকোৱাত কিষণে অলপ ভৰষা পাই লতিকাক দুখেৰে কব ধৰে )

কিষণ—ইধৰ আনে নহী দেতা মাইজী। ম্যে চুপ চুপ কে আয়াহুঁ —ম্যে অভি—অভি যাওঙ্গা, অভি যাওঙ্গা—

( কথাৰ লগে লগে কিষণে অৰূপৰ বেছি ওচৰ চাপে। অৰূপৰ গাত যেন হাত বুলাই দিব খোজে। কিন্তু নোৱাৰে। তাৰ ওঠ, গাল কঁপিবলৈ ধৰে। চকুত পানীয়ে দেখা দিয়ে। তাৰ পিছত হঠাৎ "বাবুজী" বুলি হুকহুকাই কান্দিবলৈ ধৰে )

কিষণ—বাবুজী—

( কিষণে কান্দি কান্দিয়েই লাহে লাহে মঞ্চৰ সমুখলৈ গুছি আহে। তাৰ পিছত চকু মচি ভঙা মাতেৰে নিজে নিজেই কবলৈ ধৰে )

কিষণ—সাত সাল পহলে—বাবুজী মুঝে কলকত্তেসে যব লে আয়ে হো—পৰ অব তক, বাবুজীকো এইসা হাল কভি নেহি হুৱা —কভি নেহি হুৱা হ্যায়—

( কথাৰ শেষত কিষণে আকৌ কান্দি পেলায়। তেনেকৈয়ে ঘুৰি অৰূপলৈ এবাৰ চাই অৰূপৰ অৱস্থা সহ্য কৰিব নোৱাৰি বেগেৰে কান্দি কান্দিয়েই মঞ্চৰ বাহিৰ ওলায় যায়গৈ। ভিতৰৰপৰা ভাঁহি অহা ক্লাৰিওনেটৰ মাতটোতো যেন কিবা বুজিব নোৱাৰা কৰুণ বিননি। লতিকাই ৰ লাগি অৰূপলৈ চাই থাকে। অলপ সময়ৰ পিছতে অৰূপে যেন সংজ্ঞা ফিৰাই পাবলৈ ধৰে। অৰূপৰ মুখত মাত ফুটে। মাতবোৰ ভগা, আৰু কোনোমতে উশাহ টানি লৈ এটা এটাকৈহে কব পাৰে )

অৰূপ—অস্—অস্—অস্—



লতিকা—অৰূপ ককাইদেউ—

অৰূপ—কোন ? কোন— ?

লতিকা—মই, মই—অৰূপ ককাইদেউ—

অৰূপ—ৰেণু—ৰেণু—তুমি—

লতিকা—মই আপোনাৰ লতিকা ভনীটীহে ককাইদেউ—

অৰূপ—অ'—মই ভাবিছিলোঁ—মই ভাবিছিলোঁ—

( অৰূপ বৈ যায়। ঘনাই উশাহ লবলৈ ধৰে। তাৰ পিছত কয় )

অৰূপ—লতিকা—লতিকা, পিয়াহ লাগিছে লতি—

লতিকা—পানী দিওঁ ককাইদেউ—

( লতিকাই পানী আনিবলৈ উঠিবলৈ খোজোঁতেই অৰূপে কবলৈ ধৰে )

অৰূপ—ওহোঁ—ওহোঁ—এয়া পানীৰ পিয়াহ নহয় লতিকা। ই—ই—তুমি নুবুজিবা—তুমি—

( অৰূপে আকৌ ঘনাই উশাহ লবলৈ ধৰে। জ্ঞান ফিৰি অহাত লতিকাই আনন্দ পায় কিন্তু অৰূপে কথা কবলৈ খোজা দেখি ভয়ো খায় )

লতিকা—আপুনি কথা নকব অৰূপ ককাইদেউ। কথা কবলৈ একেবাৰে হাক দিছে। আপুনি জ্ঞান পাইছে। আপুনি জ্ঞান পাইছে। মই মাতি আনোঁগৈ—

( লতিকা বেগেৰে বাহিৰলৈ যায়গৈ। অৰূপে সেহাই সেহাই কথাবোৰ কয় )

অৰূপ—জ্ঞান পাইছোঁ—মইতো অজ্ঞান কেতিয়াও হোৱা নাছিলোঁ

অজ্ঞান হৈ মই অন্যায়তো কাৰো কৰা নাছিলোঁ। তেওঁ—তেওঁৰোতো একো অন্যায় কৰা নাই—

( অৰূপ উত্তেজিত হয়। দুই হাতৰ ওপৰত ভৰ দি বহিবলৈ চেষ্টা কৰাৰ লগে লগে কয় )

অৰূপ—তেওঁ মোক ঘিণ কৰে—সেয়ে মই বিদায় লৈ আহিছিলোঁ—চিৰ বিদায়! তাৰ পিছত—তাৰ পিছত—

( জীৱ আৰু লতিকা সোমায়েই অৰূপক উঠিবলৈ চেষ্টা কৰা দেখি বেগেৰে ধৰেগৈ )

জীৱৰাম—অৰূপ—ভাই অৰূপ—

( অৰূপে আগৰদৰেই উদ্‌ভ্ৰান্ত ভাবে কথাবোৰ মনত পেলাবলৈ চেষ্টা কৰি সেহাই সেহাই এটা এটাকৈ কবলৈ ধৰে )

অৰূপ—জীৱ—তাৰ পিছত—তাৰ পিছত মোৰ কি হল— ?

( লতিকাই পিঠিৰ পিনেদি অৰূপক সাৱটি ধৰে। জীৱৰামে সমুখৰ ফালৰ পৰা অৰূপক ধৰি শুওৱাবলৈ চেষ্টা কৰাৰ লগে লগে কয় )

জীৱৰাম—অৰূপ নুঠিবি—কথা নকবি। মনে মনে থাকছোন—অৰূপ—

( অৰূপ নোশোৱে। আগতকৈও বেছি পোণ হৈ বহিবলৈ জোৰ কৰে। ঘনাই উশাহ লয়। উত্তেজনাৰে কথাবোৰ কৈ যায় )

অৰূপ—তাৰ পিছত—তাৰ পিছত কি হ'ল—মই কব নোৱাৰো জীৱ—

( অৰূপে ঘনাই উশাহ লবলৈ ধৰে। মূৰটো লতিকাৰ কান্ধত হালি পৰে। জীৱৰামে সাৱটি ধৰি আবেগেৰে কয় )

জীৱৰাম—অৰূপ—অৰূপ—অৰূপ—



লতিকা—অৰূপ ককাইদেউ—অৰূপ ককাইদেউ—আপুনি মনে মনে থাকক অৰূপ ককাইদেউ—

অৰূপ—জীৱ—

( অৰূপে কবলৈ চেষ্টা কৰি আকৌ উশাহ টানিবলৈ ধৰে। জীৱৰামে অৰূপক ধৰি থাকিয়েই ভিতৰলৈ চাই ডাঙৰকৈ মাত দিয়ে )

জীৱৰাম—Nurse—Nurse—

( নাৰ্চ ততাতৈয়াকৈ সোমাই আহে )

নাৰ্চ—Yes Sir—

জীৱৰাম—Call 94, Dr. Coudhury, immediately.

( নাৰ্চ যাবলৈ ধৰোঁতেই জীৱৰামে আকৌ মাত দিয়ে )

জীৱৰাম—And ook—

নাৰ্চ—Yes Sir—

জীৱৰাম—Syringe please.

নাৰ্চ—Yes Sir.

( নাৰ্চ বেগেৰে ওলাই যায়। জীৱৰামে লতিকাৰ সহায়ত অৰূপক শুৱাই দিবলৈ চেষ্টা কৰাৰ লগে লগে কয় )

জীৱৰাম—লতি, তুমি মূৰৰ ফালে ধৰা—মই লাহে লাহে শুৱাই দিওঁ—

( অৰূপক শুৱাই দিয়া হয়। তেনে অৱস্থাতেই অৰূপে আকৌ কবলৈ ধৰে। আৰু লাহে লাহে টানি টানি অতি কষ্টেৰে ঘনাই উশাহ কাঢ়ে )

অৰূপ—শুম—শুম জীৱ—ইমান ব্যস্ত হব নেলাগে—

জীৱৰাম—কথা নকবি অৰূপ—

অৰূপ—কথা ক'ম, ক'ম জীৱ—মোৰ কিমান আনন্দ যে মই তহঁতৰ মিলন কৰি দিব পাৰিলোঁ—

জীবৰাম—অৰূপ—অবুজ নহবি। মনে মনে থাক—

লতিকা—অৰূপ ককাইদেউ—

অৰূপ—কিন্তু মোৰ দুখ—তহঁতক আশীৰ্ব্বাদ—

জীৱৰাম—অৰূপ—কথা কবলৈ হাক দিছে তোক—সেইবোৰ পিছত হব। আগেয়ে তই ভাল হৈ উঠ—

অৰূপ—ভাল—ভাল মই নিশ্চয় হব লাগিব জীৱ। তই মোক ভাল কৰিব লাগিব। নহলেযে—নহলেযে আৰু এজন আছে—তেওঁক মই একোৰেই দিব পৰা নাই—একোৰেই দিয়া নাই—

( অৰূপে কোনোমতে কথাখিনি কয়। গল ভিজি উঠে তেওঁৰ। কথাৰ লগে লগে মাজে মাজে বুকুখন দাঙ খাই উঠে, যেন বুকুখন ভাগিহে গ'ল। মুৰটো এবাৰ ইফালে এবাৰ সিফালে কৰি ছটফটাই থাকে। কথা কব নোৱাৰা হয়। মাত্ৰ উশাহ টানিবলৈ ধৰে অতি কষ্টেৰে। লতিকাই নীৰবে অৰূপক ধৰি ফেকুৰি উঠে )

জীৱৰাম—মোৰে শপত—মোৰে শপত! তই মনে মনে থাক অৰূপ—

( নাৰ্চ অস্থিৰভাবে বেগাই সোমাই আহে আৰু উৎকণ্ঠাৰে জীৱৰামক মাত দিয়ে )

নাৰ্চ—Sir—

জীৱৰাম—Yes—

নাৰ্চ—Phone out of order Sir. What to do now ?



জীৱৰাম—What— ?

( জীৱৰাম ততালিকে অৰূপৰ কাষৰপৰা উঠি পৰে। জীৱৰাম চঞ্চল হয়। কিন্তু নিজক প্ৰকৃতিস্থ কৰিবৰ কাৰণে নিজৰ হাত দুখনেৰেই টানকৈ মুঠি বান্ধি লৈ অলপ সময়লৈ মাত্ৰ একো নকৈ থিয় হৈ ৰয় আৰু তাৰ পিছ মুহূৰ্ত্তে নাৰ্চলৈ চাই মাত দিয়ে )

জীৱৰাম—Nurse—you stay here.

( জীৱৰাম যাবলৈ ওলায়েই আকৌ ঘূৰি নাৰ্চক কয় )

জীৱৰাম—And look, don't allow him to speak. লতি, তুমিও থাকিলা—

( জীবৰাম বেগেৰে ওলাই যায়। নাৰ্চ অৰূপৰ ওচৰতে বহি অৰূপৰ শুশ্ৰূষাত লাগে। লতিকাই অৰূপৰ মূৰত হাত বুলাবলৈ ধৰে। ভিতৰৰ ক্লাৰিওনেটটোৱেও কান্দি কান্দি ভাগৰি পৰি মাজে মাজে যেন ৰৈ পৰে। টেবুলত থকা ঘড়ীটোৱেও 'টিক' 'টিক' মাতেৰে সমবেদনা জনায়। অৰূপে আকৌ চকু মেলি বহিবলৈ চেষ্টা কৰাৰ লগে লগে লতিকাক মাত দিয়ে )

অৰূপ—লতিকা—লতিকা—

( নাৰ্চ-এ উঠিবলৈ নিদি কয় )

নাৰ্চ—Please—lie down sir.

অৰূপ—কোন, কোন—অ' নাৰ্চ!

( অৰূপ ভালকৈ শুই পৰে। তাৰ পিছত লাহেকৈ কয় )

অৰূপ—Thanks—

( অৰূপে অলপ সময় মনে মনে থকাৰ পিছত নাৰ্চ আৰু লতিকাক মাত দি আকৌ টানি উশাহ লবলৈ ধৰে )

অৰূপ—Nurse, লতিকা—

লতিকা—অৰূপ ককাইদেউ—

( লতিকাই অৰূপৰ অৱস্থা সহ্য কৰিব নোৱাৰি প্ৰায় কান্দিয়ে পেলায়। নাৰ্চে প্ৰবোধ দিয়ে )

নাৰ্চ—Please don't—please don't speak sir. Have rest please—

অৰূপ—হোঁ—হোঁ—Nurse, লতি—তোমালোকৰ হিয়াৰ দৰে আন সকলোৰে হিয়া ইমান কোমল নহল কেলেই? কিয়? কিয়?

( কথাৰ লগে লগে অৰূপে বহিবলৈ চেষ্টা কৰে আৰু ঘনাই উশাহ লবলৈ ধৰে। লতিকা আৰু নাৰ্চে সাৱটি ধৰি আলফুলকৈ অৰূপক শুৱাই দিয়ে। ঠিক সেই মুহূৰ্ত্ততে বতাহৰ দৰে উৰি অহাদি বেণু সোমায়েই wingsৰ কাষত বৈ যায় আৰু মুহূৰ্ত্তলৈ অৰূপক অপলক দৃষ্টিৰে চাই থাকি হঠাৎ আৱেগেৰে মাত দিয়ে )

বেণু—অৰূপদা—

( বেণুৰ চকুপানীয়ে বাধা নেমানে। অৰূপ আৰু লতিকাৰপৰা লুকুৱাবলৈ দৰ্শকৰ পিনলৈ মুখ ঘূৰাই চকু মচে। লতিকাই বেণুলৈ চাই মাত দিয়ে )

লতিকা—বেণু—

বেণু—লতি—

( অৰূপে বেণুক দেখি লাহে লাহে আকৌ দুই হাতৰ ওপৰত ভৰ দি বহিবলৈ চেষ্টা কৰে। নাৰ্চ আৰু লতিকাই ধৰি ৰাখিব নোৱাৰে। অৰূপে চকু দুটা উজ্জ্বল আৰু ডাঙৰ কৰি একেথিৰে বেণুলৈ চায় ৰয়। তাৰ পিছত উশাহ টানি এটা এটাকৈ সেহাই কবলৈ ধৰে )

অৰূপ—বেণু—বেণু—আকৌ কি উদ্দেশ্য লৈ—আকৌ—ইমানতো, ইমানতো তোমাৰ হেঁপাহ পলোৱা নাই—?



লতিকা—অৰূপ ককাইদেউ, তুমি শোৱা—

নাৰ্চ—Please keep silent Sir—

অৰূপ—লতি—লতি—তেওঁৰ সুখৰ জীৱনৰ কণ্টক নহবলৈ মইতো কেতিয়াবাই আঁতৰি আহিছোঁ। তথাপি—তথাপিও তেওঁৰ হেঁপাহ পলোৱা নাই কিয়—?

( অৰূপৰ উশাহ চুটি হয়। কথা কব নোৱাৰে। মাথো মূৰটো ছটফটাই যেন কান্দিব খোজে। কিন্তু কান্দিবও নোৱাৰে। চকুপানীবোৰ হয়তো গোট মাৰি গৈছে। লতিকাই মূৰটো ধৰি নিজৰ কান্ধত পেলাই লয়, তাৰ পিছত নাৰ্চৰ সহায়ত শুৱাবলৈ চেষ্টা কৰে। সিপিনে বেণুৰ ইচ্ছা হয়, তাই যেন দৌৰ মাৰি অৰূপৰ ভৰিত পৰিবহি; কিন্তু নোৱাৰে। থকা ঠাইৰেপৰাই কান্দি কান্দি ভগা মাতেৰে মিনতিৰে অৰূপক মাতে )

বেণু—অৰূপদা—অৰূপদা—

( অৰূপে আকৌ আগৰদৰেই দাঙ খাই উশাহ টানি কথাবোৰ এটা এটাকৈ কবলৈ ধৰে। নাৰ্চ আৰু লতিকাই অৰূপক শান্ত কৰাৰ চেষ্টাত বিফল হৈ অৰূপক সাৱটি ধৰে। নাৰ্চৰ চকুত হতাশ আৰু বেদনাৰ চিন। লতিকাৰ চুলি আউলি বাউলি। গালত বাগৰি থকা চকুৰ পানী )

অৰূপ—লতি—লতি, জানা—জানা লতি, যি মোক আজি সকলোতকৈ বেছি কৰে ঘৃণা, অৱজ্ঞা—তেৱেঁই কিন্তু এদিন মোক কৈছিল—তেওঁ মোক নেপাহৰে—কেতিয়াও নেপাহৰে—আৰু শুনিবা—শুনিবা লতি—যি আজি মোক দেখিলে অপৱিত্ৰ হয়, তেৱেঁই কিন্তু এদিন কৈছিল—তেওঁ মোক ভালপায়—ভালপায়—

( অৰূপে আকৌ ঘনাই উশাহ লবলৈ ধৰে। বেণুৱে থকা ঠাইৰে পৰাই অৰূপৰ পিনলৈ মুখ বাখি মুখখন দুই হাতৰ তলুৱাৰ মাজত লুকুৱাই কান্দি কান্দি কবলৈ ধৰে )

বেণু—অৰূপদা – অৰূপদা—নহয়, নহয় অৰূপদা—

লতিকা—আপুনি শান্ত হওক অৰূপ ককাইদেউ—

( অৰূপে কাৰো বাধা নেমানে। আগতকৈও বেছি উত্তেজনা আৰু কষ্টেৰে কৈ যায় )

অৰূপ—আৰু, আৰু আছে লতি—মোৰ অলপ উদাসীনতা— অলপ টান কথাত – যেয়ে এদিন কান্দিছিল উচুপি উচুপি—তেৱেঁই —এই বেণু, যি মোক আজি সকলোতকৈ বেছি কৰিছে বিদ্রূপ—উপহাস—শত্রুতা! কিন্তু মইতো কৰা নাই একো অন্যায় – শত্রুতা—তেনেহলে কিয় মোক বাৰে বাৰে খেদি খেদি দিছেহি আঘাত, দিছেহি বেদনা; কিয়—? কিয়—?? কিয়—???

( অৰূপে আকৌ কষ্টেৰে ঘনাই উশাহ লবলৈ ধৰে। নাৰ্চে বুকুখন পিহি দিয়ে। বেণুৱে মাত্ৰ দুখোজ অৰূপৰ পিনলৈ আগবাঢ়ি আহি আগবদৰেই কান্দি কান্দি কাকুতিৰে অৰূপলৈ চাই কয় )

বেণু—ভুল, ভুল—সকলো ভুল অৰূপদা—

( অৰূপে আগবদৰেই অতি কষ্টেৰে মূৰটো জোকাৰি কয় )

অৰূপ—নহয়—কেতিয়াও নহয়—

( জীৱৰামে বেগেৰে সোমায়েই অৰূপক তেনেকুৱা অৱস্থাত দেখি অৰূপক ধৰেগৈ। নাৰ্চ আৰু লতিকাক ধমক দি কয় )

জীৱৰাম—অৰূপ—অৰূপ—তোমালোকে কি চাই আছা? ধৰা, ধৰা—



( জীৱৰামে অৰূপক ভালকৈ শুৱাই দিব খোজে। আনবোৰে ধৰে। কিন্তু অৰূপে অস্থিৰতাৰে তেওঁলোকক বাধা দিয়ে। নিৰুপায় জীৱৰামে উদ্বেগেৰে নাৰ্চক কয় )

জীৱৰাম—Nurse—Morfin.

নাৰ্চ—Yes Sir.

( নাৰ্চে বেগাই টেবুলৰ ওচৰলৈ যায় আৰু ইটো সিটোত হাত দি Morfin বিচাৰি উলিয়ায় আৰু বেগাই জীৱৰামৰ ওচৰ পায়হি। জীৱৰামে অৰূপৰ অৱস্থা দেখি ভিতৰে ভিতৰে যেন একেবাৰে ভাঙি পৰে। কিন্তু বাহিৰত নিজক তিলমাত্ৰ বিচলিত নকৰি আবেগেৰে অৰূপক সাৱটি ধৰি অৰূপক শান্ত কৰিবলৈ চেষ্টা কৰে )

জীৱৰাম—অৰূপ—

( অৰূপে কাৰো বাধা নেমানে। সেহাই অতি কষ্টেৰে আবেগেৰে কৈ যায় )

অৰূপ—জীৱ—আৰু—অলপ মোক কব দে জীৱ—লতি,—কাগজ আনা—আৰু কলম—

( লতিকাই কান্দি পেলায়। উঠি টেবুলৰপৰা কাগজ আনে। জীৱৰামে বিচাৰ বুদ্ধি হেৰুৱায়। নাৰ্চৰ হাতৰ পৰা Morfin লোৱায়ে নহয়। অৰূপক সাৱটি ধৰি মাথো জেপৰপৰা কলমটো আগবঢ়াই দিয়ে। ভিতৰৰ ক্লাৰিওনেটটোৱে আগতকৈও বেছি কৰুণ ভাবে বিনাব ধৰে )

অৰূপ—লিখা—লিখা—

( লতিকাই জীৱৰামৰ হাতৰপৰা কলমটো লৈ অৰূপৰ মুখলৈ চাই ৰয় )

অৰূপ—লিখা—মোক দেখিলে যাৰ সৰ্ব্বশৰীৰ—

(জীৱৰামে প্ৰায় কান্দি পেলায়। অৰূপক বাধা দিব খোজে কিন্তু নোৱাৰে। মাথো আবেগেৰে অৰূপক যেন কব খোজে)

জীৱৰাম—অৰূপ—অৰূপ—

(অৰূপৰ মাত সৰু হৈ আহে। কাৰো কথা নুশুনে। আগৰদৰেই অতি কষ্টেৰে দীঘলকৈ উশাহ লৈ লৈ এটা এটাকৈ কথাবোৰ কৈ যায়। কথাবোৰ যেন কন্দাৰেই ৰূপান্তৰ। লতিকাই লিখি যায় নীৰৱ চকুলোৰে। আনপিনে বেণুৱে আগৰ থিয় হৈ থকা ঠাইতেই ফুলি ফুলি কান্দিব ধৰে)

অৰূপ—আৰু অলপ—আৰু অলপ—লিখা—মোক দেখিলে যাৰ সৰ্ব্বশৰীৰ হয় অপৱিত্ৰ—যি মোক কৰে ঘিণ—কৰে উপহাস—সেই তেওঁকেই স্বইচ্ছাই মোৰ সকলো—মৰম উপহাৰ ৰূপে দি গলোঁ। তেওঁ মোৰ মৰমৰ বেণু—

(বেণুৱে "অৰূপদা" বুলি বেছিকৈ কান্দিবলৈ ধৰে। অৰূপৰ ওচৰ চাপিবও যেন নোৱাৰে। Wingsত ভৰ ৰাখি অলিয়া-বলিয়া হৈ কান্দিব ধৰে)

বেণু—অৰূপদা—

অৰূপ—লতি—কলম দিয়া—সোনকালে চহী—মোৰ চহী—

(লতিকাই অৰূপৰ হাতত কলম দিয়াৰ লগে লগে নিজেইও অৰূপৰ হাতত ধৰি থাকে। জীৱৰামে অৰূপৰ পৰি যাব খোজা দেহটো নিজৰ বুকৰ মাজত পিছপিনৰপৰা সাৱটি ধৰে। অৰূপে কঁপা হাতেৰে কলমটো কাগজৰ ওপৰত ৰাখি শেতা দৃষ্টি জীৱৰামলৈ তুলি কোনোমতে কয়)

অৰূপ—জীৱ—লতি—লনিক, তোমালোকৰ হাতত গতালোঁ—



(জীৱৰামে অৰূপৰ গালত হাত দি অৰূপক নিজৰ গালত হেচি ধৰাৰ লগে লগে অস্ফুট স্বৰত কয়)

জীৱৰাম—অৰূপ—

(অৰূপে অতি কষ্টেৰে চহী কৰিব ধৰে)

অৰূপ—অ—ৰূ—প—ব—ৰু—ৱা—

(অৰূপৰ হাতৰপৰা কলম পৰি যায়। দেহ ধলি পৰে। জীৱৰাম আৰু লতিকাই ধৰে। ভিতৰৰ ক্লাৰিওনেটৰ করুণ সুৰ চলিয়েই থাকে। মঞ্চৰ পোহৰ হঠাৎ আগতকৈ অলপ বেছি হৈ পৰে)

জীৱৰাম—অৰূপ—অৰূপ—

লতিকা—অৰূপ ককাইদেউ—

বেণু—অৰূপদা—

(ডাঃ চৌধুৰী বেগেৰে সোমাই আহে। পিছে পিছে ডাঃ, বৰা। চৌধুৰীয়ে সোমায়েই জীৱৰামক উৎকণ্ঠাৰে মাত দিয়ে)

চৌধুৰী—জীৱৰাম—

(জীৱৰামে একে উশাহতে চৌধুৰীক কয়। জীৱৰামৰ মাত উদ্বেগপূৰ্ণ)

জীৱৰাম—Sir—এই মাত্ৰ আকৌ sense নোহোৱা হৈছে।

(চৌধুৰী ততাতৈয়াকৈ অৰূপৰ ওচৰ পায়। অৰূপক পৰীক্ষা কৰে। ডাঃ বৰা ওচৰে ওচৰে থাকে। ফকাচ'ৰ পোহৰে চৌধুৰীৰ মুখৰ ভাববোৰ স্পষ্টকৈ প্ৰকাশ কৰাত সহায় কৰে। সকলোৱে গভীৰ উদ্বেগেৰে চৌধুৰীৰ মুখলৈ চাই থাকে। ভিতৰৰ ক্লাৰিওনেটটোৰ মাতৰ লগত আন এটা সুৰে ক্ৰমান্বয়ে কঁপি কঁপি ওপৰলৈ উঠি নাটকীয় পৰিস্থিতিৰ জটিলতা বঢ়াই তোলে। চৌধুৰীয়ে হঠাৎ পৰীক্ষা কৰিবলৈ এৰি অতি উদ্বেগৰে কয়)

চৌধুৰী—বৰা—ইউকৰ্ টিন—জীৱ—quick, quick—make hurry—make hurry—

(চৌধুৰীয়ে কৈয়েই অৰূপৰ হাতখন লৈ pulse বিচাৰিবলৈ ধৰে / ডাঃ বৰা দৌৰি টেবুলৰ ওচৰলৈ আহে আৰু এম্পিলউটো বিচাৰি লৈ ভাঙে। সিপিনে নাৰ্চেও দৌৰি Dressing trolleyৰ ওচৰলৈ গৈ Injection Syringeটো ready কৰি বৰাৰ ওচৰ পায়। বৰাই Syringeত দৰবখিনি ভৰাবলৈ ধৰে। জীয়ৰাম অস্থিৰতাৰে তেওঁ-লোকৰ ওচৰত থাকিআকৌ অৰূপৰ ওচৰলৈ আহে। চৌধুৰীয়ে অৰূপৰ হাতখনত ধৰি Pulse বিচৰাৰ লগে লগে তেওঁৰ চকুহুটা দৰ্শকৰ পিনলৈ নিবদ্ধ ৰাখে; তেওঁৰ চকুত হতাশ ভাব ফুটি উঠে। চকুহুটা ডাঙৰ হয়। তাৰ পিছত তেওঁৰ চকু ক্ৰমান্বয়ে মুদ খাই যায়। "ফকাচ"ৰ পোহৰে তেওঁৰ ভাব প্ৰকাশ স্পষ্টকৈ দাঙি ধৰে। বড়াই Injection টো লৈ বেগেৰে চৌধুৰীৰ ওচৰ পায় আৰু মাত দিয়ে)

বৰা—Ready Sir.—

(বৰাৰ মাতত চৌধুৰীয়ে চকু মেলে। এবাৰ বৰাৰ মুখলৈ চাই অৰূপৰ হাতখন বিছনাৰ ওপৰত ভালকৈ থৈ পোনহৈ থিয় দিয়ে। বৰাই injectionটো চৌধুৰীলৈ আগবঢ়াই দিয়ে। চৌধুৰীয়ে মুৰটো জোকাৰে আৰু অতি গাম্ভীৰ্য্যৰে লাহেকৈ কয়)

চৌধুৰী—No need—

(কোৱাৰ লগে লগে চৌধুৰীয়ে দুখোজমান মঞ্চৰ আগলৈ তলমুৰ-কৈয়ে আগুৱাই আহে। জীৱৰামে তেওঁৰ লগে লগে আহি অস্থিৰ-তাৰে মাত দিয়ে)

জীৱৰাম—Sir—

(চৌধুৰীয়ে জীৱৰামৰ মুখলৈ এবাৰ চায়। তাৰ পিছত কৈ পেলায়)

চৌধুৰী—He is no more—



(লগে লগে ভিতৰত 'স্কেচ' মিউজীক ডাঙৰকৈ বাজি উঠে। জীৱৰামে নিজৰ মুখখন দুই হাতেৰে ঢাকি থিয় হৈ ৰৈ যায়। লতিকাই চিঞৰ মাৰি কান্দিবলৈ ধৰে)

লতিকা—অৰূপ ককাইদেউ—

(ডাঃ চৌধুৰী লাহে লাহে ওলাই যায়। ডাঃ বৰাইও চৌধুৰীৰ বেগটো লৈ তলমূৰকৈ চৌধুৰীৰ পিছু লয়। নাৰ্চেও তাইৰ ৰুমাল-খনৰে এবাৰ চকুযোৰ মচি লৈ লাহে লাহে ওলাই যায়। ৰেণুৱে আগৰ থকা ঠাইতেই প্ৰাণহীন মানুহৰ দৰে দৰ্শকলৈ দৃষ্টি থিৰ ৰাখি থিয় হৈ থাকে। তাই যেন একো বুজিবই নোৱাৰিলে। চকুপানীও তাইৰ নোহোৱা হয়। পাথৰৰ মূৰ্ত্তিৰ দৰে তাই অচল হৈ ৰ'ল। জীৱৰাম অৰূপৰ মূৰৰ ওচৰলৈ আহে। অৰূপৰ মূৰত হাত বুলাই দিয়ে। একেবাৰে মুখৰ ওচৰলৈ মুখ নি অস্ফুট স্বৰত মাত্ৰ এবাৰ কয়)

জীৱৰাম—অৰূপ—

(ভিতৰৰ ক্লাৰিওনেটটোৱে আগতকৈও বেছি করুণতাৰে কান্দিবলৈ ধৰে। জীৱৰামে অতি কষ্টেৰে নিজক সম্বৰণ কৰে। ওঠ দুটা কঁপিবলৈ ধৰে। লাহে লাহে অৰূপৰ গাৰ কাপোৰখন টানি মুৰটো ঢাকি দিয়ে। লগে লগে বাহিৰৰপৰা কিষণে ডাঙৰকৈ "বাবুজী" বুলি চিঞৰি কান্দি কান্দি দৌৰি সোমাই আহে)

কিষণ—বাবুজী—বাবুজী—

(কিষণ সোমায়েই অৰূপৰ ভৰিত পৰি হুৰাওৱাৰে কান্দিবলৈ ধৰে। কিষণৰ বুকুভঙা কান্দোনে ৰেণুৰ হিয়াৰ তলিত গোট মাৰি যোৱা চকুপানীবোৰ হঠাৎ তীব্ৰভাৱে স্পৰ্শ কৰেগৈ। মুহূৰ্ত্ততে তাইৰ চকুৰ

পাহি ফাটি চকুলোৰ বান অবিৰাম ববলৈ ধৰে। অলিয়া বলিয়া হৈ তাই মাথো কান্দে আৰু কয় )

ৰেণু—অৰূপদা—অৰূপদা—

( জীৱৰাম কিষণৰ ওচৰলৈ আহি তাক প্ৰবোধ দিবলৈ চেষ্টা কৰে; কিন্তু কথা একো কব নোৱাৰে। মাথো তাৰ গাত হাত দি তাক তোলে। সি থিয় হৈ অৰূপলৈ চাই আকৌ ডাঙৰকৈ কান্দি কান্দি কপালত চপৰিয়াই কয় )

কিষণ—বাবুজী—লনি বহিনকা আভি ক্যা হাল হোগা—ক্যা হাল হোগা—আপ কিওঁ চলে গয়ে! কিওঁ—লনি বহিন.........

( কিষণে আকৌ অৰূপৰ ভৰিত পৰে আৰু কান্দে। জীৱৰাম তাক তুলি ধৰি লাহে লাহে বাহিৰলৈ ওলাই যায়। ৰেণুৱে wingsত বা ওচৰৰে চকী বা টেবুল এখনত ভৰ ৰাখি কান্দি থাকে। লতিকা লাহে লাহে ৰেণুৰ ওচৰলৈ আহি ৰেণুক ধৰে আৰু কান্দি কান্দি থোকাথুকি মাতেৰে কবলৈ ধৰে )

লতিকা—অৰূপদাই আৰু নুশুনে ৰেণু; অভিমানী অৰূপদাই অভিমান লৈয়েই গলগৈ—

( লতিকাই তাইৰ কথাৰ লগে লগে ৰেণুক ধৰি প্ৰায় টানি অনাদি অৰূপৰ পিনলৈ অলপ লৈ আহে। তাৰ পিছত উচুপি উচুপি বাহিৰ ওলায় যায়গৈ। লতিকা ওলাই যোৱাৰ পিছত কোঠাৰ ভিতৰত ৰেণুৱে নিজক অকলে বুলি জানি এই প্ৰথম অৰূপলৈ চকু তুলি চায়। তাৰ পিছত তাইৰ পৰি যাব খোজা দেহটো কোনোমতে ইটো সিটোত ধৰি পোনকৈ ৰাখি বলিয়াৰ দৰে এখোজ দুখোজকৈ



অৰূপৰ ভৰি-শিতানৰ বিছনাৰ লোহাত ধৰি থিয় হয়গৈ। তাইৰ খোপা সুলকি যায়। চাদৰ বুকুৰপৰা পিছলি গৈ মজিয়াত চোচোৰা খায়। কিন্তু সেইবিলাকলৈ তাইৰ হুচেই নায়। ভিতৰৰ করুণ সুৰে আগৰদৰে কান্দিয়েই ৰয়। ৰেণুৱে লাহে লাহে হালি অৰূপৰ ভৰি চুবলৈ চেষ্টা কৰে। হাত তাইৰ কঁপে। তাইৰ চকুলো, ফেকুৰি থকা তাইৰ ওঠ দুটাৰ ওপৰেদি বাগৰি আহি অৰূপৰ ভৰিত টপ-টপকৈ পৰিবলৈ ধৰে। তাই তাইৰ অৰূপদাক মাতে। তাইৰ চকুলোৰে অৰূপৰ ভৰি ধুৱাই তাইৰ ভুলৰ প্ৰায়শ্চিত্ত কৰিবলৈ সকলো শক্তি প্ৰয়োগ কৰি তাই কৰে তাইৰ শেষ ব্যৰ্থ প্ৰয়াস )

ৰেণু—অৰূপদা—তুমি মোক ভাল পাইছিলা, জানো অৰূপদা—কিন্তু ইমান, ইমান যে ভাল পাইছিলা—সেই কথা নেজানিছিলোঁ অৰূপদা। মই তোমাক ঘিণ নকৰোঁ অৰূপদা—মই তোমাক ভালপাওঁ—ভালপাওঁ—ভালপা-ওঁ —অৰূপদা—উস্—

( ৰেণুৱে "উস্" বুলি কোৱাৰ লগে লগে ভিতৰৰপৰা ভাহি অহা ক্লাৰি-ওনেটৰ করুণ সুৰৰ লগতে সুৰ মিলাই কোনোবাই তাৰ বেদনা ভৰা কথাৰে দূৰৈৰপৰাই ৰিঙিয়াই গাই গাই অৰূপৰ অভিমানী আতমালৈ তাৰ হিয়াৰ সহানুভূতি জনায়। ৰেণু থিৰেৰে ৰব নোৱাৰে। তাই লাহে লাহে মজিয়াত বহি পৰি মুৰটো অৰূপৰ ভৰিৰ ওচৰত ৰাখি বলিয়াৰ দৰে কান্দিবলৈ ধৰে। ভিতৰত গীত চলিয়েই থাকে। )

—গীত—

মৰম ভিখাৰী হায়
মাটিৰ মায়াত হ'ল বিয়াকুল
মনৰ বনত গাঁথি কত ফুল

অভিমানী সি—
ধূলিৰ ধৰাত গ'ল অমৰাৰ
গীতি গাই ॥

দহন শিখাৰ তুঁহজুয়ে তাৰ
পুৰিলে প্ৰাণৰ বাসনা
মৰহা পাপৰি তাৰ হিয়াজুৰি
পৰশ মাধুৰী নাই ॥

আজি অকালতে উদয়াচলত
অস্তৰবিৰ গান
মহামৰণৰ ঘন তমসাত
চিতা জুই জ্বালি দিলে প্ৰতিদান
সমাধি পাৰৰ জ্বলে দীপশিখা
তাৰ যে সঁহাৰি নাই ॥

গীতৰ দ্বিতীয় কলিটি আৰম্ভ হোৱাৰ লগে লগে পিছ পিনৰ দুৱাৰেদি ৰত্নেশ্বৰ বৰুৱা লাহে লাহে সোমাই আহে। বৰুৱা সোমায়েই ৰেণুলৈ চাই বৈ যায়। নিজক কোনোমতে সম্বৰণ কৰিব নোৱাৰে। তেওঁৰ চকুৰেদিও চকুলো বাগৰি পৰে। মুহূৰ্ত্তলৈ চকু মুদি পেলায়। তাৰ পিছত চাদৰৰ আচলেৰে চকুদুটা মচি এখোজ দুখোজকৈ ৰেণুৰ ওচৰ পায়হি। ভিতৰৰ "ফকাচ" লাইটৰ বগা পোহৰে বৰুৱাক অনুসৰণ কৰে। বৰুৱাৰ বাপেকী হিয়াই ৰেণুৰ অৱস্থা সহ্য কৰিব নোৱাৰে। মনত হয়, তেওঁ যেন তাৰপৰা পলাই যাব। কিন্তু ৰেণুক এৰি যাবও নোৱাৰে। নহলেযে তাই কান্দি কান্দিয়েই মৰি যাব। তেওঁ লাহে লাহে ৰেণুৰ মূৰত হাত দিয়ে। কাৰোবাৰ হাতৰ স্পৰ্শ পাই ৰেণুৱে মূৰ তুলি চাই দেউতাকক দেখাত তাইৰ বুকুত আকৌ



শোকে খুন্দা মাৰি ধৰে। তাই আগতকৈও বেছি ডাঙৰকৈ বিছনাত মূৰটো পেলাই কান্দিবলৈ ধৰে। বৰুৱাৰ অসহ্য হয়। তেওঁ দুই হাতেৰে ৰেণুক ধৰে। ৰেণুক তুলি লৈ আকোঁৱালি ধৰি তেওঁৰ বুকুৰ মাজত সাৱটি লয়। ৰেণুৱে বাপেকৰ বুকুৰ মাজত সোমাই আকৌ বেছিকৈ কান্দিবলৈ ধৰে। বৰুৱাৰ ওঠ দুটা মাত্ৰ কঁপে; কথা কব নোৱাৰে। মাথো তেওঁৰ চকুৰ পানীবোৰে নীৰবে তেওঁৰ গালৰ ওপৰেদি বৈ ৰেণুৰ মূৰত টপটপকৈ পৰি ৰেণুক শান্ত কৰিবলৈ চেষ্টা কৰে। দূৰৈৰ গায়কজনে আগতকৈও বেছি আবেগ আৰু বেদনাৰে গীতটি গাই যাবলৈ ধৰে। বৰুৱাই ৰেণুক তুলি সাৱটি লোৱাৰ লগে লগে মঞ্চ ক্ৰমে এফালৰ পৰা অন্ধকাৰ হৈ আহে। প্ৰথমে অৰূপৰ মূৰৰ ফালে অন্ধকাৰ নামি আহে। তাৰ পিছত সেই অন্ধকাৰে অৰূপৰ গোটেইটো দেহ সামৰি লয়। শেষত বৰুৱা আৰু ৰেণুক সামৰি লোৱাৰ লগে লগে মঞ্চৰ শেষকণ পোহৰো আৱৰি পেলায়। মঞ্চ একেবাৰে অন্ধকাৰ হৈ যায়। সেই অন্ধকাৰৰ মাজত দৰ্শকে মাইক্ৰোফোনৰ যোগেদি দূৰৈৰ গায়কজনে বিয়াকুল হৈ গোৱা গীতটিহে মাত্ৰ শুনিবলৈ পায়। গীতটিৰ মাজে মাজে কাৰোবাৰ উচুপনিও শুনা যায়। লাহে লাহে দৰ্শকৰ চকুৰ আগত পোহৰ নামি আহে। সেই পোহৰত তেওঁলোকে তেওঁলোকৰ সমুখত দেখিবলৈ পায় মাত্ৰ—

## ক'লা

### —আঁৰকাপোৰ—

দূৰৈৰ গায়কৰ গীত শেষেই নহয়। দৰ্শকে নাটঘৰ এৰি ওলাই যোৱাৰ পিছতো সি চিঞৰি চিঞৰি তাৰ গীতৰ কথাৰেই সকলোকেই শেষ বাৰলৈ উপলব্ধি কৰাব বিচাৰে অভিমানীজনৰ বিৰাট.........অভিমান।

## সমাপ্ত

## "ফ্লেশ্‌-বেক" পৰিকল্পনা

তৃতীয় দৃশ্যৰ জীতেন ফুকনৰ ঘৰতেই ৰত্নেশ্বৰ বৰুৱাৰ ঘৰত ৰেণুৰ জন্মদিনৰ উৎসৱৰ দৃশ্য দেখুৱাব লাগিব। কোঠাটোৰ Background Suggestion হিচাপে যি wall Cut-piece থাকিব তাৰ বং আৰু দুৱাৰ-খিৰিকীৰ কাপোৰৰ বং হব লাগিব সম্পূৰ্ণ বগা। অকল এই দৃশ্যটোৰ কাৰণেই কমেও চল্লিছটা সেউজীয়া 'বাল্ব', এটা Switchৰ সংযোগতে fit কৰিব লাগিব। মঞ্চৰ সমুখভাগৰপৰা পিছফাললৈ ঠিক চাৰিহাতমান অন্তৰত এখন কলা কাপোৰ আঁৰা থাকিব। এই কাপোৰখনৰ মাজতে দুভাগ হৈ দুয়োফালৰপৰা অহা-যোৱা কৰা হব লাগিব। তৃতীয় দৃশ্যটো আৰম্ভ হোৱাৰ আগতে জন্মদিনৰ দৃশ্যৰ যাবতীয় বস্তুবোৰ wingsৰ আঁৰত যোগাৰ ৰাখিব লাগিব। এই দৃশ্য-টোৰ কাৰণে পোহৰ-পৰিচালক, সঙ্গীত-পৰিচালক, মাইক্ৰোফোন কণ্ট্ৰলাৰ, ক'লা কাপোৰখন টনাৰ কাৰণে দুয়োফালে দুজন সহকাৰী, মঞ্চৰ বস্তুবোৰ সলনি কৰিবৰ কাৰণে কমেও পাঁচজন সহকাৰী একে সময়তে পৰিচালকৰ এটা ইঙ্গিতত একেলগে কাম কৰিবলৈ সাজু থাকিব লাগিব। জীতেন ফুকনৰ ঘৰৰ কোঠাত যি বস্তুটো য'তে থাকে আগেয়েই এখন কাগজত Diagram কৰি ৰাখিব লাগিব। "ফ্লেশ্‌ বেক" দৃশ্য আৰম্ভ হোৱাৰ লগে লগে মঞ্চ একেবাৰে অন্ধকাৰ হব কাৰণে প্ৰত্যেক বিভাগৰে প্ৰয়োজনীয় মানুহজনৰ হাতত একো-টাকৈ সৰু টৰ্চ্চ থাকিব লাগিব। অৰূপৰ পোছাকৰ বিশেষত্ব হিচাপে, পেণ্টৰ লগত হাফ-চাৰ্ট এটা মাত্ৰ পিন্ধা থাকিব, যাতে জন্মদিনৰ উৎসৱৰ দৃশ্যত তৎক্ষণাৎ তাৰ ওপৰতে এটা ধুনীয়া কোট পিন্ধি আহি বেলেগ সময়ৰ অৰ্থ বুজাব পাৰে।

অৰূপৰ, "মই আজিৰপৰা প্ৰায় তিনিমাহৰ আগৰ কথা কৈছোঁ লতিকা" কথাষাৰৰ লগে লগে একেসময়তে পোহৰ সংযোজকে Resistanceৰে পোহৰ



সুমুৱাই দিব, সঙ্গীত-পৰিচালকে প্ৰয়োজনীয় মিউজীক আৰম্ভ কৰিব, ক'লা কাপোৰৰ মানুহ দুজনে কাপোৰ টানিব। মঞ্চ সম্পূৰ্ণ অন্ধকাৰ হৈ পৰিব। তাৰ মাজতে অৰূপৰ মাতৰ লগত মিল থকা একে মাতৰে আন এজন মানুহে ঠিক অৰূপৰ দৰে মাইক্ৰোফোনত কথা আৰম্ভ কৰিব আৰু কথাশেষৰ লগে লগে নৃত্য-পৰিচালক নৃত্যশিল্পীকেইজনক মিউজীকৰ তালে তালে মঞ্চলৈ উলিয়াই দিব। কলা কাপোৰৰ সমুখত নাটকত লিখামতে নাচ চলিব ধৰিব। কলা কাপোৰৰ সিফালে সহকাৰী-সকলে খুব ততাতৈয়াকৈ অথচ একেবাৰে শব্দ নোহোৱাকৈ উৎসৱৰ দৃশ্যটো সজাব। চোফা আৰু চকী-মেজবোৰ ৰত্নেশ্বৰ বৰুৱাৰ ঘৰ বুজাবলৈ আগৰে পৰা সাজু কৰি ৰখা অইন বেলেগ বেলেগ কাপোৰেৰে ঢাকি দিব লাগিব। প্ৰয়োজন অনুসাৰে তাত দুই চাৰিখন চকী বেছিকৈ পাৰিব লাগিব। Organটো আনি কাষতে এনেভাবে বহুৱাব লাগিব যাতে দৰ্শকে অৰূপৰ ভৰি দেখিবলৈ নেপাব। দৰ্শকে যাতে ইফালে কি হৈছে একোকে বুজিব নোৱাৰে, সেই কাৰণেই টৰ্চ্চৰ অতি সামান্য পোহৰ মাত্ৰ ব্যৱহাৰ কৰিব লাগিব। অভিনয়ৰ আগতে এই বিষয়ে পৰীক্ষা কৰি লোৱা ভাল। কাৰণ দৰ্শকে যদি নাচ চলি থকাৰ মাজতে কলা কাপোৰৰ মাজেৰে অলপো পোহৰ দেখিবলৈ পায় তেন্তে দৃশ্যটোৰ সকলো সৌন্দৰ্য্যই নাইকিয়া হব। অৰূপৰ কথাবোৰ কৈ যোৱা জনেও টৰ্চ্চৰ সহায়ত কথা লিখা কাগজখন পঢ়িব। স্মাৰকসকলেও লগত টৰ্চ্চ ৰাখিব। শিল্পীসকলে নাটকত লিখামতে ইয়াৰ মাজতে নিঃশব্দ ভাবে নিজৰ নিজৰ ঠাই লব।

অৰূপৰ "চহৰৰ এটি কোণত ৰেণুহঁতৰ ঘৰত ৰেণুৰ জন্মদিনৰ আনন্দ উৎসৱ" কথাষাৰৰ লগে লগে পোহৰ পৰিচালকে সকলোবোৰ সেউজীয়া পোহৰ Resistance ৰে লাহে লাহে জ্বলাই দিব। বগা লাইটৰ সকলো Switch আগতেই বন্ধ থাকিব। কলা কাপোৰ আঁতৰি যাব। মিউজীক আৰম্ভ হব। মুঠতে বিভাগীয় কৰ্ম্মীসকলে ক্ষিপ্ৰতাৰে নিজৰ নিজৰ কাম কৰি যাব। সেউ-জীয়া পোহৰ উপচি পৰাৰ কাৰণে, বেড, পৰ্দ্দা আদি সকলোবোৰৰে বং

সেউজীয়া বৰণীয়া হৈ গোটেই কোঠাটোৱেই এটা বেলেগ কোঠা বুলি দৰ্শকৰ অনুমান হব।

আকৌ অৰূপৰ, "ৰেণু......ৰেণু...... ৰেণু......ৰেণু" কথাষাৰৰ লগে লগে পোহৰ-পৰিচালকে পোহৰ নুমুৱাই পেলাব। ক'লা কাপোৰ-টনাই কাপোৰ টানিব। সঙ্গীত-পৰিচালকে তেওঁৰ কৰিবলগীয়াখিনি কৰিব আৰু অৰূপৰ হৈ কওঁতাজনে মাইক্ৰোফোনত কথাবোৰ কৈ যাব। সিপিনে আগৰ কৰি থোৱা Diagram খন চাই ঠিক সেই অনুযায়ী সহকাৰীসকলে ততাতৈয়াকৈ আগৰ দৃশ্যৰ বস্তুবোৰ নিভুৰ্লভাবে সজাব। চোফা-চকীৰ কাপোৰবোৰ উঠাই পেলাব। সেই দৃশ্যৰ অলাগতীয়াল বস্তুবোৰ তৎক্ষণাৎ উলিয়াই পেলাব; লগতে বেছিকৈ পৰা চকীকেইখনো। লতিকাক আগৰ ঠাঁইত বহুৱাই অৰূপক আগৰ অৱস্থাত থিয় কৰাব লাগিব। মনত ৰাখিব লাগিব যে অৰূপে কোটটো তৎক্ষণাৎ খুলি থৈ আহিব লাগিব আৰু কৰ্ম্মীসকলে প্ৰায় অন্ধকাৰৰ মাজতেই সকলোবোৰ কাম কৰিব লাগিব। সকলোতকৈ ডাঙৰ কথা হৈছে এইটোৱেই যে, মাত্ৰ ডেৰ মিনিট সময়ৰ ভিতৰত এইখিনি কাম কৰ্ম্মীসকলে অতি ক্ষিপ্ৰতাৰে আৰু নিভুৰ্লভাবে কৰিব লাগিব। তাৰ কাৰণ, মাই-ক্ৰোফোনত কথা শেষ হোৱাৰ লগে লগে ক'লা কাপোৰখন দুয়োফালে আঁতৰি যাব লাগিব আৰু পোহৰ পৰিচালকে Resistance ৰে মঞ্চৰ বগা পোহৰ জ্বলাই দিব লাগিব। ভুলতো যাতে এই দৃশ্যত এটিও সেউজীয়া 'বাল্ব' নজ্বলে, সেই দায়িত্ব পোহৰ-পৰিচালকৰ থাকিব। সাৰ কথা, এই দৃশ্যটোৰ সফলতাৰ কাৰণে প্ৰত্যেকজন কৰ্ম্মী আৰু শিল্পীয়ে অতি দক্ষতাৰে, পৰিপাটিকৈ আৰু সহযোগিতাৰে সৈতে পৰিচালকৰ ইঙ্গিতত কাম কৰিব লাগিব।

সৰ্ব্বেশ্বৰ চক্ৰবৰ্ত্তী